# আনন্দৰাম বৰুৱা।



শ্ৰীসূৰ্য্যকুমাৰ ভূঞা।

দ্বিতীয় তাঙৰণ।

LIFE OF ANUNDORAM BOROOAH B.A., I.C.S., Barrister-at-Law by Suryyakumar Bhuyan M.A., B.L., Professor of English, Cotton College, Gauhati, Assam, and Examiner in English and Assamese to the Calcutta University.

# আনন্দৰাম বৰুৱা।

জীৱন-চৰিত।

Mr. Borooah's Sanskrit scholarship is as profound and accurate as it is extensive. We are proud of him as a nation, and we earnestly hope and trust that our brightest youths may follow his noble though very arduous path.

—The Lahore Tribune. 19-8-1887.

* * * * *

এত পরীক্ষা ও প্রতিযোগিতার মধ্যেও আনন্দরাম প্রকৃত পণ্ডিত হইয়াছিলেন ; এই বাক্য-বাহাদুরীর অন্তঃসার-শূন্য আওয়াজের দিনে তিনি বিদ্যোন্নতির জন্য নিঃশব্দে অতি প্রভূত পরিশ্রম করিতেন !……আনন্দরামে আড়ম্বর ছিল না, 'আসল ইস্পাত' ছিল। এজলাসের অগণিত 'আদব কায়দার' এবং সেরেস্টার অতলস্পর্শ কূপমধ্যে অনবরত পতিত থাকিয়াও আনন্দরাম বড়ুয়া সাহিত্যানুরাগী ছিলেন, স্বদেশীয় সাহিত্যের সেবক ছিলেন, সংস্কৃত সাহিত্যের অত্যন্ত অনুগত উপাসক ছিলেন।

—শ্রীঠাকুরদাস মুখার্জ্জী। 'সাহিত্য'—১ম বর্ষ।

* * * * *

Cut is the branch that might have grown full straight,
And burnt is Apollo's laurel bough,
That sometimes grew within this learned man.

—Marlowe—"Faustus."




Life of Anundoram Borooah.
By Suryyakumar Bhuyan.

# আনন্দৰাম বৰুৱা।

জীৱনচৰিত।

ৰচোঁতা

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা এম্-এ, বি-এল্।

"শূৰ্পবদ্দোষমুৎসৃজ্য গুণং গৃহ্নন্তি সাধবঃ।"

দ্বিতীয় তাঙবণ।



বেচ ১৷৷০ মাথোন।

প্ৰকাশক—গ্ৰন্থকাৰ ; গুৱাহাটী, আসাম।

## দ্বিতীয় তাঙ্গৰণৰ নিবেদন।

অসমীয়া ৰাইজ, অসমৰ শিক্ষাবিভাগ আৰু কলিকাতা বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষসকলৰ অনুগ্ৰহত অতি কম সময়ৰ ভিতৰতে "আনন্দৰাম বৰুৱাৰ" দ্বিতীয় তাঙ্গৰণ উলিয়াৰ লগাত পৰিল। সেই বাবে সেই সকলোলৈকে কৃতজ্ঞতাৰ শৰাই আগ বঢ়াইছোঁ। দ্বিতীয় তাঙ্গৰণত কিছু নতুন কথা যোগ দিয়া হৈছে, আৰু ওপৰঞ্চি থনো আগতকৈ বঢ়োৱা হৈছে। অসমীয়া ৰাইজে আগৰ মৰমৰ চকুৰে "আনন্দৰাম বৰুৱাক" চাব এই আশাৰে দ্বিতীয় তাঙ্গৰণ প্ৰকাশ কৰা গল। এই খিনিতে বৰ শোকেৰে কব লগাত পৰিছে যে মহাত্মা আনন্দৰাম বৰুৱাৰ হুমনীয়া ভায়েক শ্ৰীযুত কেশৱৰাম বৰুৱা ডাঙ্গৰীয়া আৰু এই সংসাৰত নাই। মৰমৰ ককাইদেৱাকৰ জীৱনচৰিত প্ৰকাশ কৰাত তেখেতৰ পৰা পোৱা উৎসাহে এই গুৰু কামত মোক বৰ উদগনি দিছিল।

কলিকতা,<br>
৫৫নং চেণ্ট্ৰাল এভিনিউ।<br>
২০—১০—১৯২৪ খৃঃ

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা।

PRINTED BY K. C. NEOGI,<br>
NABABIBHAKAR PRESS,<br>
*91-2, Machuabazar Street, Calcutta.*

## উছৰ্গা।

পৰমাৰাধ্য পূজনীয় দেউতা

শ্ৰীযুত ৰবিলাল ভূঞা ডাঙ্গৰীয়াৰ

চৰণকমলত

সন্তানৰ ভক্তিস্নেহৰ ক্ষুদ্ৰ চিনস্বৰূপে

স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ

এই জীৱনচৰিত খনি

অৰ্পণ কৰিলোঁ।



# মজিন্দাৰ বৰুৱাৰ বংশাৱলী ।






# গ্ৰন্থকাৰৰ নিবেদন ।

স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ জীৱনচৰিত ৰচনা সঙ্কল্প কৰা আজি কেৰা বছৰো হল। ইমান দিন সেই সংকল্পক কাৰ্য্যলৈ পৰিণত কৰিবলৈ নোৱাৰাৰ প্ৰধান কাৰণ স্বৰ্গীয় মিঃ বৰুৱাৰ জীৱনৰ সকলো ঘটনা আমি ভাল মতে গোটাব পৰা নাছিলোঁ। আনন্দৰাম বৰুৱাৰ জীৱনচৰিতৰ আহিলা-সম্বল আদি সংগ্ৰহ কৰাৰ পিচতো তাক জুকিয়াই এটি সম্বন্ধ-লগা বিবৰণ ৰচনা কৰাৰ কাৰণে সুবিধা মতে অবসৰ পোৱা নাছিলোঁ।

মিঃ বৰুৱাৰ জীৱনৰ কাহিনীৰ সকলো কথা প্ৰকাশ কৰাত কিমান পৰিশ্ৰম হৈছে সেইটো ৰাইজৰ বিচাৰৰ তলতীয়া। বিশেষতঃ আমাৰ অসমত এনে এজন মানুহ নেপালোঁ যি আনন্দৰামৰ বিষয়ে ধাৰাবাহিকৰূপে জানে। আমি আৰু এটা অসুবিধাত পৰিছিলোঁ—আনন্দৰাম বৰুৱাই তেওঁৰ সংক্ষিপ্ত জীৱনৰ ভিতৰতে অকল মাথোঁন এঠাইত বাস নকৰিছিল। চৰকাৰী কাৰ্য্যৰ অনুৰোধত তেওঁ আসামৰ বাহিৰেও বঙ্গৰ নানান ঠাইত ভ্ৰমি ফুৰিব লাগিছিল। গতিকে তেঁওৰ জীৱনৰ কীৰ্ত্তি-কাহিনী নানান ঠাইত সিঁচতি হৈ পৰি আছে, তাক সংগ্ৰহ কৰি জুকিয়াই লিখোঁতে আমাৰ যথাসাধ্য পৰিশ্ৰম হৈছে। তাৰ উপৰিও আনন্দৰাম বৰুৱাই নিজৰ কথা কাৰো আগত খুলি নকৈছিল, তাৰপৰা তেওঁৰ জীৱনৰ বহুত কাহিনী লুপ্ত হৈছে। বৰ্ত্তমান জীৱনচৰিতত আনন্দৰাম বৰুৱাৰ সমুদায় গ্ৰন্থৰ আমি সৰল ভাবে সকলোৰে বুজিব পৰাকৈ পৰিচয় দিবলৈ যত্ন কৰিছোঁ। তেওঁৰ সকলো গ্ৰন্থ সংগ্ৰহ কৰাতো আমাৰ অশেষ পৰিশ্ৰম হৈছে।

এই পৰিশ্ৰমৰ মূলত এটি কথাই আমাক বৰকৈ উদগাইছিল। তাহানি বচ্‌ওৱেলে সুপ্ৰসিদ্ধ ইংৰাজ সাহিত্যিক ডাক্তাৰ জন্‌চনৰ জীৱনী

লিখোঁতে এটা তাৰিখ ৰিজাবৰ কাৰণে লণ্ডন মহানগৰীৰ ইমুৰৰপৰা সিমুৰলৈকে লৰিছিল।

দ্বিতীয় উদগনিৰ মূল হৈছে মিঃ চিড্‌নি কল্‌ভিন্ বিৰচিত ইংলণ্ডৰ কবি কীটচৰ জীৱনচৰিতত থকা এবাবি কথা—"অনেকে কীট্‌চৰ জীবনচৰিত লিখিবলৈ আয়োজন কৰিছিল, কিন্তু তেওঁলোকৰ এটিও আয়োজন কাৰ্য্যত পৰিণত নহল। অৱশেষত কীটচৰ মৃত্যুৰ পঁচিশ বছৰৰ পিচত, মিঃ মংক্‌টন মিল্‌নচ্ (পিচলৈ লৰ্ড হটন নামে জনা-জাত) নামে এজন মানুহে এই কামটি হাতত লয়। তেওঁ কেতিয়াও কীট্‌চক দেখা নাছিল। মিল্‌নচে কীট্‌চৰ মৃত্যুৰ পাচত জীয়াই থকা কীট্‌চৰ বন্ধুবান্ধৱৰপৰা সহায় লৈ কবিৰ জীৱনৰ এটি নিখুঁত ছবি সকলোৰে আগত দাঙি ধৰে। ইয়াৰ ফলে মিঃ মিল্‌নচৰ কাপৰপৰা আমি কীট্‌চৰ এখনি সুন্দৰ মনোৰম জীৱনকাহিনী পঢ়িবলৈ পাইছোঁ, তাৰ লগত প্ৰত্যেক শিক্ষাৰ্থী চিনাকি।" কীট্‌চৰ জীৱনচৰিত লেখক লৰ্ড হটনৰ দৃষ্টান্তই আমাক বৰকৈ উৎসাহ দিছিল। (১)*

তৃতীয় উদগনিৰ মূল কাৰণ আছিল যে আমি অসমীয়া প্ৰাচীন কীৰ্ত্তিকলাপেৰে ভৰপূৰ হলেও এতিয়া আমি দৰিদ্ৰ। আমাৰ মাজত মহাপুৰুষৰ জন্ম একেবাৰে বন্ধই হৈ গৈছে। জগতৰ আগত আসামৰ

(১) Many friends and admirers of Keats projected his biography, "But of their many projects, not one of them had been carried out, when five and twenty years after Keats' death, a younger man who had never seen him, took up the task—the Moncton Milnes of those days, the Lord Houghton. freshly reminded by us all :—and with the help from nearly all Keats' surviving friends and by the grace of his own genial and sympathetic temper, set the memory of the poet in its true light in the beautiful and moving book with which every student is familiar."
—Sidney Colvin's "Keats," English Men of Letters Series.



মুখ উজ্জ্বল কৰোঁতা কেইজন মহাত্মাই আমাৰ মাজত জন্ম গ্ৰহণ কৰিছে? আনন্দৰামৰ সুখ্যাতি ভাৰত আৰু ইউৰোপৰ শিক্ষাকেন্দ্ৰত বৰকৈ প্ৰচাৰিত। তেওঁৰ দ্বাৰা অসমক সভ্য জগতে চিনিব পাৰিছে। কিন্তু আমাৰ দেশৰ এনেহে দুৰ্ভাগ্য যে এই মহাপুৰুষৰ আমি এতিয়াও এখনি জীৱনচৰিত উলিয়াব পৰা নাই। এই পাপৰ কাৰণে আনন্দৰামৰ দৰে দ্বিতীয় জন মহাপুৰুষ এই পৰিমিতে অসমত জন্ম গ্ৰহণ কৰা নাই। সেই পাপৰ এতিয়াও প্ৰায়শ্চিত্ত হোৱা নাইনে? অসমীয়া ভাষা আৰু সাহিত্যৰ পৰমহিতৈষী স্বৰ্গীয় লম্বোদৰ বৰাই আনন্দৰাম ধুকুৱাৰ পিচত তেওঁৰ জীৱনচৰিত লিখিবলৈ আহিলাপাতি গোটাই লৈছিল। আনন্দৰামৰ প্ৰায় সমসাময়িক স্বৰ্গীয় বৰা ডাঙৰীয়াই যদি সেই জীৱনচৰিত সম্পূৰ্ণ কৰি যাব পাৰিলেহেঁতেন তেন্তে অসমীয়া জাতিৰ পৰম উপকাৰ হল-হেঁতেন, তাৰ লগে লগে আনন্দৰাম বৰুৱাৰ জীৱনৰ বহুতো ঘটনা ৰাইজৰ আগত প্ৰকাশ হলহেঁতেন। স্বৰ্গীয় বৰা ডাঙৰীয়াৰ অন্যান্য উচ্চ সংকল্পৰ লগে লগে সেই সংকল্পও কালৰ গৰ্ভত লীন হল। বিশেষ দুখৰ বিষয় এই যে লম্বোদৰ বৰাৰ মৃত্যুৰ পিচত আন কোনো উদ্যোগী অসমীয়াই সেই কাম হাতত নললে। আনন্দৰামৰ স্মৃতি তেতিয়াও অসমীয়া ৰাইজৰ অন্তৰত সজাগ আছিল।

বৰ্ত্তমান জীৱনী সংকলনত আমি নানান ঠাইৰ নানান মানুহৰপৰা আনন্দৰামৰ বিষয়ে কথা লৈছোঁ, কিন্তু তাৰ ভিতৰত যিবোৰ সম্ভৱপৰ আৰু মিঃ বৰুৱাৰ আন আন কথাৰ লগত বজিতা থায় সেইবোৰকহে ঘাইকৈ এই জীৱনচৰিতত ঠাই দিছোঁ।

আনন্দৰামৰ জীৱনৰ কাহিনীৰ আহিলা-সম্বল আৰু উদগনি দি সহায় কৰোঁতাসকলৰ ভিতৰত সৰ্ব্ব প্ৰথমতে স্বৰ্গীয় চাৰ গুৰুদাস বন্দো-পাধ্যায়ৰ নাম লব লগীয়া। ১৯১২ চনৰ জানুৱাৰী মাহৰ ২৩ তাৰিখে আমি পূজ্যপাদ বন্দোপাধ্যায় ডাঙৰীয়াৰপৰা তেওঁৰ প্ৰিয়তম শিষ্য মিঃ

বৰুৱাৰ কলেজীয়া জীৱনৰ যাই কথাথিনিৰ আভাস পাওঁ। আজি চাৰ গুৰুদাস বন্দোপাধ্যায় আৰু ইহসংসাৰত নাই, তেওঁৰ পবিত্ৰ নামৰ উদ্দেশ্যে কৃতজ্ঞতাৰ অঞ্জলি আগ বঢ়ালোঁ। (২) *

তাৰ পিচত কলিকতাৰ ব্যাৰিষ্টাৰ কলিকাতা বিশ্ববিদ্যালয়ৰ দানশীল পৃষ্টপোষক মিঃ বৰুৱাৰ আজীৱন বন্ধু বঙ্গৰ দাতাকৰ্ণ স্বৰ্গীয় চাৰ তাৰকনাথ পালিতক মিঃ বৰুৱাৰ জীৱনকাহিনীৰ বাবে আমি ১৯১৩ চনৰ জানুৱাৰী মাহৰ ১২ তাৰিখে দেখা কৰিবলৈ যাওঁতে, মিঃ পালিত তেতিয়া শয্যাগত, তেওঁ মানুহক প্ৰায় দেখা নিদিছিল আৰু ঘৰৰপৰাই প্ৰায় বাহিৰ নহৈছিল, এনেকি কলিকতা বিশ্ববিদ্যালয়ে বিশেষকৈ পতা কনভ'কেছন-লৈ গৈ তেওঁক দানকৰা ডি-এল উপাধি আনিবলৈকো তেওঁ সমৰ্থ নাছিল। কিন্তু আমি দেখা কৰিবলৈ যাওঁতে ভিজিটিং কাৰ্ডত আনন্দৰামৰ জীৱনস্মৃতিৰ নিমিত্ত তেওঁৰ ওচৰলৈ গৈছোঁ বুলি লিখিলোঁ, তেওঁ তুৰন্তে আমাক তেঁওৰ শয্যাৰ ওচৰলৈ মাতি নিলে। তেওঁৰ শৰীৰ অৱশ থকা সত্বেও প্ৰিয় বন্ধু মিঃ বৰুৱাৰ বিষয়ে যিথিনি কথা মনত আছিল, আমাক তেওঁ আদ্যোপান্ত কলে। তেঁওৰ পবিত্ৰ আত্মাৰ উদ্দেশে আমি কৃতজ্ঞতা জনালোঁ।

১৯১৭ চনৰ জুন মাহত এটি বিশেষ কামত যোৰহাটৰপৰা ছিলঙলৈ যাব লগীয়া হোৱাত গুৱাহাটীত এবেলা এনিশা থাকিব লগাত পৰোঁ। সেইদিনা জুন মাহৰ ৯ তাৰিখ, শনিবাৰ। গুৱাহাটী পানবজাৰৰ সনাতন ধৰ্ম্মসভা মন্দিৰৰ ওচৰত এটি ঘৰত চলৎশক্তিৰহিত হৈ আনন্দৰাম বৰুৱাৰ বাল্যকালৰ শিক্ষাগুৰু স্বৰ্গীয় চন্দ্ৰমোহন গোস্বামী ডাঙৰীয়া বাস কৰিছিল, তেঁওৰ বয়স তেতিয়া চাৰি কুৰি চাৰি বছৰ। তেঁওক বৃটিচৰ আমোলৰ অসমৰ জীৱন্ত বুৰঞ্জী বুলিলেও সৰহ কোৱা নহয়। তেওঁৰ ওচৰত অসমৰ

* (২) আলোচনী—৯ম বছৰ, প্ৰথম সংখ্যাত প্ৰকাশিত এই লিখকৰ "স্বৰ্গীয় চাৰ গুৰুদাস বন্দ্যোপাধ্যায়ৰ লগত এবটা" প্ৰবন্ধ চাওক।



আগৰ তৰপৰ যিসকল পুৰুষে নাম ৰাখি গৈছে বা নাম থৱ লাগিছে তেওঁলোক সকলোৱে শিক্ষা লাভ কৰিছে।

তেওঁৰ নিচিনা সৰ্ব্বশাস্ত্ৰবিশাৰদ পণ্ডিত অসমত দুৰ্লভ। আমি তেওঁৰপৰা আনন্দৰামৰ লৰাকাল, আনন্দৰামৰ ককায়েকহঁত আৰু পিতৃ গৰ্গৰামৰ বিষয়ে ভালেথিনি কথা পালোঁ। আজি গোস্বামী ডাঙৰীয়া ইহসংসাৰত নাই, তেওঁৰ পবিত্ৰ আত্মাৰ উদ্দেশে আমি কৃতজ্ঞতাৰ অঞ্জলি অৰ্পণ কৰিলোঁ।

তাৰ পাচত অসমত বহুত দিন ডিপুটি কমিচনাৰ কাম কৰি অৱসৰ-প্ৰাপ্ত চিভিলিয়ান মিঃ জে ডি এণ্ডাৰচন বৰ্ত্তমানে কেম্ব্ৰিজ আৰু লণ্ডন ইউনিভাৰ্চিটিৰ বঙ্গালী আৰু অসমীয়া ভাষাৰ অধ্যাপক। তেওঁ অসমীয়া প্ৰজাক কি দৰে ভাল পাইছিল, আৰু অসমৰ ইতিবৃত্ত অনু-সন্ধানত কিদৰে মন মেলিছিল, আৰু অসমৰ ৰাইজক সেইবোৰ কামত কিদৰে উৎসাহ দিছিল তাক প্ৰায় সকলোৱে জানে। তাহানি আনন্দৰাম বৰুৱাৰ বিষয়ে স্বৰ্গীয় ঠাকুৰদাস মুখোপাধ্যায় ৰচিত প্ৰথম ভাগ "সাহিত্য"ত প্ৰকাশিত এটি প্ৰবন্ধত পাইছিলোঁ যে কেম্ব্ৰিজৰ মিঃ চেচিল বেণ্ডেলে স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ বিষয়ে এটি ইংৰাজী প্ৰবন্ধ লিখিছিল। এই প্ৰবন্ধৰ কাৰণে কলিকাতাৰ প্ৰেচিডেন্সী কলেজ আৰু ইম্পীৰিয়েল লাইব্ৰেৰীত কাকত-পত্ৰ বিচাৰি মই চলাঠ কৰিলোঁ, কিন্তু দুৰ্ভাগ্যবশতঃ মোৰ পৰিশ্ৰম সাৰ্থক নহল। তাৰ অলপ আগতে মিঃ জে-ডি এণ্ডাৰচনে 'ইণ্ডিয়ান স্পেক্টেটাৰ' নামে কাগজত এটি প্ৰবন্ধ লিখোঁতে মিঃ বৰুৱাৰ নাম উল্লেখ কৰিছিল। তাৰেপৰা মই অনুমান কৰিলোঁ মিঃ এণ্ডাৰচন চাহাবে মিঃ বৰুৱাৰ বিষয়ে নিশ্চয় আৰু কথা জানে। সেই দেখি এই মৰ্ম্মে ১৯১৪ চনৰ জানুৱাৰী মাহৰ আদিতে মই মিঃ এণ্ডাৰচনলৈ এখনি চিঠি লিখিলোঁ,—"স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ জীৱনী লিখিবলৈ আয়োজন কৰিছোঁ। ইণ্ডিয়ান স্পেক্টেটাৰ কাগজৰপৰা অনুমান কৰিব পাৰিলোঁ

আপুনি মিঃ বৰুৱাৰ বিষয়ে বহুত কথা জানে। অনুগ্ৰহ কৰি সেইবোৰ কথা মোলৈ যেন লিখি পঠিয়ায়। আৰু শুনিছোঁ কেম্ব্ৰিজৰ অধ্যাপক মিঃ চেচিল বেণ্ডেলে কোনো এখন ইংৰাজী কাকতত মিঃ বৰুৱাৰ বিষয়ে এটি প্ৰবন্ধ লিখিছিল। কিন্তু দুৰ্ভাগ্য-বশতঃ সেই বহুমূলীয়া প্ৰবন্ধটি মই আজিলৈকে বিচাৰি উলিয়াব পৰা নাই। আপোনালোকৰ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীত কোনো কিতাপৰ অভাব নাই। অধ্যাপক বেণ্ডেলে লিখা প্ৰবন্ধটি মই ক'ত কিৰূপে পাম তাৰ এটি উপায় দিলে মই কৃতাৰ্থ মানিম।" মিঃ এণ্ডাৰচনে ১৯১৪ চনৰ জানুৱাৰী মাহৰ ২০ তাৰিখে এই চিঠিৰ উত্তৰ দিয়ে, আৰু লগতে মিঃ বেণ্ডেলৰ প্ৰবন্ধটি পঠিয়াই এই দৰে লিখে,—"মিঃ আনন্দৰাম বৰুৱাৰ সৈতে সাক্ষাৎ হোৱা মোৰ ভাগ্যত নঘটিছিল। তেওঁ বঙ্গদেশত চাকৰি কৰিছিল, আৰু তেতিয়া মই অসমত চাকৰি কৰিছিলোঁ। অৱশ্যে তেওঁৰ পাণ্ডিত্য আৰু পৰিশ্ৰমৰ কথা আমাৰ জনা আছিল, আৰু তেওঁৰ অকাল মৃত্যুত আমি আটায়ে দুঃখ প্ৰকাশ কৰিছিলোঁ।" (৩)

অধ্যাপক চেচিল বেণ্ডেলৰ প্ৰবন্ধটিয়ে এই গ্ৰন্থ ৰচনাত আমাক ভালেখিনি সহায় কৰিছে। এই ঠাইতে আমি মিঃ এণ্ডাৰচন চাহাবলৈ কৃতজ্ঞতা জনালোঁ।

অৱসৰ পোৱা একজিকিউটিভ ইঞ্জীনিয়াৰ মিঃ বলীনাৰায়ণ বৰা ডাঙৰীয়াই তেখেতৰ দাৰ্জ্জিলিঙত থকা শান্তি-আশ্ৰমৰ পৰা আমালৈ মিঃ বৰুৱাৰ বিষয়ে এখনি অতি সুন্দৰ ভাষাত জীৱনস্মৃতি লিখি পঠিয়াই দিছে। তাৰ অসমীয়া ভাঙনি আমি জীৱনচৰিতত দিছোঁ, আৰু মূল

(৩) "I never had the privilege of meeting A. B. He was in Bengal; while I was in Assam. We all of course knew of his learning and industry, and regretted his untimely end."—(Sd).J. D. Anderson I. C. S. Retired. Brooklands Avenue. Cambridge. 20. I. 1914.



ইংৰাজী চিঠিখনি ওপৰঞ্চিত ঠাই দিয়া হৈছে। মিঃ বৰা ডাঙৰীয়াই আমাক এই দৰে উৎসাহ দিয়াৰ বাবে আমি কৃতজ্ঞ থাকিলোঁ।

স্বৰ্গীয় ঠাকুৰদাস মুখোপাধ্যায়ে প্ৰথম বছৰ 'সাহিত্য'ত (১২৯৭ বঙ্গাব্দ) আনন্দৰাম বৰুৱাৰ বিষয়ে এটি তেজস্বী প্ৰবন্ধ লিখে। পুৰণি "সাহিত্য" গুৱাহাটীত বিচাৰি নোপোৱাত লিখকে ১৯১৮ চনত কলিকতাৰ ইম্পীৰিয়েল লাইব্ৰেৰীলৈ সেই গ্ৰন্থ খুজি পঠিয়ায়। লাইব্ৰেৰীয়ানে তুৰন্তে সেই কিতাপ পঠিয়াই লিখকক চিৰবাধিত কৰিছে। তাৰ উপৰিও ইম্পীৰিয়েল লাইব্ৰেৰীৰ ৰিডিং ৰুমৰ চুপাৰিণ্টেণ্ডেণ্ট মহোদয়ে লিখকক গৱৰ্ণমেণ্টৰ প্ৰকাশিত পুৰণা কিতাপ-পত্ৰ বাতৰি-কাকত আদি দি মিঃ বৰুৱাৰ জীৱনচৰিতৰ সম্বল গোটোৱাত সহায় কৰাত লিখকে তেওঁলৈ কৃতজ্ঞতা জনাইছে।

মাদ্ৰাজৰ দেশপ্ৰেমিক সম্পাদক আৰু প্ৰকাশক শ্ৰীযুক্ত জি-এ নেটিচন মহাশয়ৰ অনুৰোধ মতে বৰ্ত্তমান লিখকে মিঃ বৰুৱাৰ বিষয়ে এটি ইংৰাজী প্ৰবন্ধ লিখে। সুখৰ বিষয় প্ৰস্তাৱিত সংস্কৃত পণ্ডিতবৃন্দৰ জীৱনীমালাত মিঃ নেটিচনে আনন্দৰাম বৰুৱাৰ জীৱনচৰিত অন্তৰ্গত কৰিবলৈ আৰু উক্ত ইংৰাজি প্ৰবন্ধটি "ইণ্ডিয়ান ৰিভিউ" কাকতত প্ৰকাশ কৰিবলৈ গাত লৈছে। (৪)

অসমীয়াৰ মাজত বাতৰি-কাকত পৰিচালনাত কৃতী পুৰুষ 'টাইম্চ্-অব-আসাম'ৰ সম্পাদক শ্ৰীযুত ৰাধানাথ চাংকাকতী ডাঙৰীয়াৰ ওচৰত এই খিনিতে কৃতজ্ঞতা জনাইছোঁ। শ্ৰীযুত চাংকাকতী ডাঙৰীয়াই তেখেতৰ বহুমূলীয়া কাকতত কেবা মাহো ধৰি বিনা-বেচে এই জীৱনীৰ বিষয়ে জাননী ছপাই লিখকক অশেষ উৎসাহ দিছে। কটন কলেজৰ

(৪) "Thanks for your sketch of Borooah. I shall be glad to publish it in the "Indian Review." If at any time I bring out a series of sketches of Sanskritists I shall certainly include yours."—(Sd.) G. A. Natesan. Madras. 16. 2. 1920.

সংস্কৃত সাহিত্যৰ অধ্যাপক শ্ৰীযুক্ত লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় বেদশাস্ত্ৰী দেৱে এই পুথিৰ অন্তৰ্গত সাহিত্য-প্ৰতিভা আৰু গ্ৰন্থপৰিচয় খণ্ড পঢ়ি চাই দিয়াত লিখকে কৃতজ্ঞতা জনাইছে। অসমীয়া সাহিত্যৰ পৰমহিতৈষী আৰু আসাম পাবলিছিং হাউচৰ প্ৰতিষ্ঠাতা শ্ৰীযুক্ত জিতেন্দ্ৰকুমাৰ দাসদেৱে মিঃ বৰুৱাৰ জীৱনচৰিত ৰচনা হাতত লবলৈ লিখকক ঘনাই উদগনি দিয়াত তেখেতলৈ এই খিনিতে কৃতজ্ঞতা জনাইছোঁ।

সৰ্ব্বশেষত বৰ আনন্দেৰে ক'ব লগাত পৰিছে যে স্বৰ্গীয় আনন্দৰাম বৰুৱাৰ একমাত্ৰ জীবিত ভায়েক শ্ৰীযুত কেশৱৰাম বৰুৱা ডাঙৰীয়াই তেখেতৰ জগতপ্ৰসিদ্ধ ককাইদেৱাকৰ এই জীৱনচৰিতখনি প্ৰকাশ কৰাত নানান প্ৰকাৰে সহায় কৰি লিখকক পৰম উৎসাহ দিছে। সেইবাবে মই তেখেতৰ ওচৰত বিশেষ ঋণী। শ্ৰীযুত বৰুৱা ডাঙৰীয়াই এই জীৱনীৰ জীৱনকাহিনী ছোৱা হাতে-লিখা অৱস্থাতে পঢ়ি চাই আৰু ঠায়ে ঠায়ে সংশোধন কৰি গ্ৰন্থৰ নানান আসোঁৱাহ আঁতৰাই দিছে। তেখেতৰপৰা ককাইদেৱাকৰ এখনি ধুনীয়া ফটোও আমি পাইছোঁ। মৰমৰ ককাইদেৱাকৰ স্মৃতি যুগমীয়া কৰিবৰ কাৰণে শ্ৰীযুত কেশৱৰাম বৰুৱা ডাঙৰীয়াৰ সহানুভূতি এইখিনিতে সমাপ্ত হোৱা নাই;—বৰ্ত্তমান গ্ৰন্থৰ ছপাখৰছ সকলো তেখেতে দানস্বৰূপে মহা আনন্দেৰে বহন কৰিছে। স্বৰ্গীয় মিঃ বৰুৱাৰ ভায়েক শ্ৰীযুত কেশৱৰাম বৰুৱা ডাঙৰীয়াই সাহিত্য-সহানুভূতিৰ এই অতুলন দৃষ্টান্ত দিয়াত তেখেতৰ ওচৰত গ্ৰন্থকাৰ আৰু তাৰ লগে লগে অসমীয়া সাহিত্য ধৰুৱা হৈ থাকিল।

ওপৰত কোৱা ভদ্ৰলোক কেজনৰ বাহিৰেও আমি কেইবা গৰাকীও অসমীয়া ভদ্ৰলোকৰপৰা আনন্দৰামৰ বিষয়ে কথা সংগ্ৰহ কৰিব পাৰিছোঁ, বা আন প্ৰকাৰে সহায় পাইছোঁ:—শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী, স্বৰ্গীয় কীৰ্ত্তিৰাম বৰুৱা, শ্ৰীযুত ভীবিৰাম বৰুৱা, শ্ৰীযুত পোনাৰাম বৰুৱা, শ্ৰীযুত কনকলাল বৰুৱা, শ্ৰীযুত ঈশ্বৰপ্ৰসাদ বৰুৱা,



স্বৰ্গীয় চন্দ্ৰশেখৰ বৰুৱা, শ্ৰীযুত লক্ষ্মীপ্ৰসাদ বৰুৱা, শ্ৰীযুত অম্বিকানাথ বৰা। শ্ৰীতৰুণচন্দ্ৰ বৰুৱা দেৱৰপৰা লিখকে নোৱাখালীৰ অভিনন্দন পত্ৰখনি পাইছে।

এই সকলোলৈকে মই কৃতজ্ঞতা জনালোঁ। ছাত্ৰৰ মাজত তলত লিখা কেজনে মোক গ্ৰন্থ নকল আদি কামত সহায় কৰিছে;—শ্ৰীমান গগনচন্দ্ৰ পাটোৱাৰী, শ্ৰীমান হলিৰাম ডেকা, শ্ৰীমান উমেশচন্দ্ৰ মজিন্দাৰ বৰুৱা, শ্ৰীমান হৰেন্দ্ৰনাথ বৰুৱা, শ্ৰীমান বংশীধৰ ভূঞা, শ্ৰীমান মহেন্দ্ৰনাথ ফুকন।

আমি এটি কথা আজি বৰকৈ অনুভৱ কৰিছোঁ—স্বৰ্গীয় চাৰ গুৰুদাস বন্দ্যোপাধ্যায়, স্বৰ্গীয় চাৰ তাৰকনাথ পালিত, স্বৰ্গীয় চন্দ্ৰমোহন গোস্বামী, স্বৰ্গীয় চন্দ্ৰশেখৰ বৰুৱা, আৰু স্বৰ্গীয় কীৰ্ত্তিৰাম বৰুৱাৰপৰা আমি যথা-সময়ত মিঃ আনন্দৰামৰ বৰুৱাৰ কথা নোগোটোৱা হলে আমি আজি বিষম অনুতাপত পৰিলোঁহেতেন।

আসাম ছাত্ৰ সম্মিলনে অন্যান্য দেশহিতকৰ কামৰ লগে লগে কলিকাতা বিশ্ববিদ্যালয়ৰ হাতত এহেজাৰ টকা সমৰ্পণ কৰি আনন্দৰাম বৰুৱাৰ স্মৃতি-ৰক্ষাৰ্থে এটি সোণৰ মেডেল উপহাৰ দিয়াৰ ব্যৱস্থা কৰাত অসমীয়া ৰাইজৰ যুগমীয়া শলাগনিৰ পাত্ৰ হৈছে। বঙ্গীয় সাহিত্য-পৰিষদৰ মন্দিৰত মিঃ আনন্দৰাম বৰুৱাৰ এখনি চিত্ৰ স্থাপন কৰাৰ নিমিত্তে পৰিষদৰ কৰ্ত্তৃপক্ষ সকল আমাৰ বিশেষ ধন্যবাদ আৰু কৃতজ্ঞতাৰ পাত্ৰ হৈছে। নোৱাখালীৰ টাউন হলতো মিঃ বৰুৱাৰ এখৰ ছবি অৰাঁ হৈছে।

বৰ্ত্তমান গ্ৰন্থৰ ভাষাৰ বিষয়ে আমি এটি কথা বিশেষকৈ লক্ষ্য কৰিছোঁ। আমাৰ কিছুমান গ্ৰন্থকাৰে তেওঁলোকৰ গ্ৰন্থত নানান ইংৰাজী শব্দ সুমুৱাই সেই কিতাপ সকলোৱে বুজিব নোৱৰা কৰে। আমাৰ অসমীয়া পাঠক-শ্ৰেণীৰ ভিতৰত আটায়ে যে ইংৰাজী মাতিব পাৰে বা ইংৰাজী বুজে সেইটো ধৰি লোৱা আমাৰ মহা ভুল। সেইদেখি এই জীৱনচৰিতৰ মূল অংশত কতো ইংৰাজী আখৰ এটি সুমুৱা নাই, আৰু য'ত এটি

দুটি সংস্কৃত শ্লোক দিয়া হৈছে তাৰ অসমীয়া ভাঙনি লগতে দিবলৈ চেষ্টা কৰিছোঁ।

আনন্দৰাম বৰুৱাৰ গ্ৰন্থাৱলীৰ পৰিচয়খিনি আমি যিমান পাৰোঁ তিমান সৰল ভাষাত লিখিবলৈ যত্ন কৰিছোঁ। মিঃ বৰুৱা আৰু তেওঁৰ গ্ৰন্থাদিৰ বিষয়ে আনে দিয়া মতামত আমি পৰিশিষ্ট বা ওপৰঞ্চিত ঠাই দিছোঁ। আশা কৰোঁ কোনো অসমীয়া নজনা মানুহৰ হাতত এই গ্ৰন্থ পৰিলে পৰিশিষ্টৰপৰা তেওঁলোকে আনন্দৰাম বৰুৱাৰ প্ৰতিভাৰ বিষয়ে অলপ আভাস পাব। মিঃ বৰুৱাৰ গ্ৰন্থাৱলীৰ পাণ্ডিত্যপূৰ্ণ আলোচনালৈ আমি সম্প্ৰতি মন মেলা নাই। আমাৰ উদ্দেশ্যত আমি কিদৰে সিদ্ধি লাভ কৰিছোঁ সেইটো ৰাইজে বিচাৰ কৰিব। অসমৰ বাহিৰে বিদেশত আনন্দ-ৰামৰ প্ৰতিভা আৰু মাহাত্মাৰ পৰিচয় দিবৰ কাৰণে ইংৰাজী আৰু বঙ্গলা ভাষাত তেওঁৰ জীৱনচৰিত ৰচনা কৰা সংকল্প আমাৰ অন্তৰত আছে।

এই জীৱনচৰিতখনি অসমীয়া ৰাইজে সাদৰে গ্ৰহণ কৰিলে মিঃ বৰুৱাৰ ইয়াতকৈ বিস্তৃত জীৱনচৰিত লিখিবৰ ইচ্ছা আমাৰ আছে, আৰু পাৰিলে আনন্দৰাম বৰুৱাই চাকৰি কৰা নোৱাখালী, বৰ্দ্ধমান, কাটোয়া, ৰাণীগঞ্জ, যশোহৰ, বহৰমপুৰ, দিনাজপুৰ, বিষ্ণুপুৰ, খুলনা, জাহানাবাদ, আদি ঠাইলৈ গৈ সেই ঠাইৰ মানুহৰপৰা মিঃ বৰুৱাৰ বিষয়ে সকলো কথা সংগ্ৰহ কৰাৰ বাসনা আমাৰ অন্তৰত আছে। এই সকলো কাম যে অসমীয়া ৰাইজৰ আগ্ৰহ উদগনি আৰু সহানুভূতিৰ ওপৰত নিৰ্ভৰ কৰে তাক নকলেও হব।

অসমীয়াৰ ভিতৰত আনন্দৰামৰ দৰে মহাপুৰুষে আজি জন্ম গ্ৰহণ কৰা নাই। এই গ্ৰন্থ পঢ়ি কাৰোবাৰ অন্তৰত আনন্দৰামৰ একাগ্ৰতা, জ্ঞানলিপ্সা আৰু মাহাত্মাৰ এটি মাত্ৰ কণিকা যদি প্ৰজ্জ্বলিত হয় তেনেহলে মোৰ সকলো চেষ্টা-পৰিশ্ৰম সাৰ্থক হৈছে বুলি ভাবিম।

গুৱাহাটী।
১৫—৮—১৯২০ খৃঃ

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা।

# সূচীপত্ৰ।

ওপৰঞ্চি।



—*—

# আনন্দৰাম বৰুৱা।



## আৰম্ভণ।

চিভিলিয়ান আনন্দৰাম বৰুৱা ইহসংসাৰৰ পৰা বিদায় লোৱা আজি ভালেমান বছৰ অতীত হল, তেওঁৰ বিষয়ে জানিব লগীয়া যাই কথাখিনি এতিয়াও ৰাইজৰ আগত সম্পূৰ্ণ হৈ ওলোৱা নাই। সেইদেখি পোন প্ৰথমতে বৰ দুখেৰে কব লগাত পৰিছে যে আজিলৈকে কোনেও তেওঁৰ জীৱনী লিখিবলৈ আগ বঢ়া নাই। আমাৰ অসমত এতিয়াও বহুত মানুহ আছে যি সকলে পৰা আনন্দৰামক দেখিছে, তেওঁৰ লগত একে-লগে পঢ়িছে, মাজিষ্ট্ৰেট হৈ থাকোঁতে তেওঁৰ লগত নানান প্ৰকাৰে ঘনিষ্ঠতা ৰাখিছিল, শেহত অগ্নিৰ গৰ্ভত তেওঁৰ দেহা বিসৰ্জ্জন কৰিছিল, তত্ৰাচ তেওঁলোকৰ কোনো জনে যে এই কামত আগ বঢ়া নাই ইহে বৰ দুখৰ কথা। বঙ্গালী লেখক স্বগীয় ঠাকুৰদাস মুখোপাধ্যায়ে বৰুৱা ঢুকুৱাৰ মাহচেৰেকৰ পাচত 'সাহিত্যত' এই বিষয়ে আক্ষেপ কৰিছিল; আজি ইমান বছৰ হল সেই আক্ষেপৰ প্ৰতিধ্বনি দেশময় শুনা গৈছে, তত্ৰাচ সেই আক্ষেপৰ ওপৰত প্ৰতীকাৰৰ পাৰিজাত ফুল আজিলৈকে ফুলি উঠা নাই। আনন্দৰাম বৰুৱাৰ দুৰ্ভাগ্য তেওঁ পুৰাণ-প্ৰসিদ্ধ প্ৰাগ্জ্যোতিষপুৰত জন্ম লৈছিল, তেওঁৰ জন্ম হব লাগিছিল ভাৰতৰ আন কোনো গুণীৰ গুণ-বুজা উন্নত দেশত, তেতিয়া তেওঁ যথাযথ সম্মান পালেহেঁতেন, আনন্দৰামৰ গৌৰৱবাণীত দেশবাসীৰ প্ৰাণ মতলীয়া হলহেঁতেন।

ইয়াৰ কাৰণ এটা হ'ব পাৰে। বহুতৰ মনত আক্ষেপ আনন্দৰাম বৰুৱাই জাতকুল এৰি বিলাতলৈ গৈ চিভিলিয়ান হ'ল, বিদেশত মাজিষ্ট্ৰেট হৈ নিজৰ ধনৰ মোনা পূৰ কৰিলে, নিজৰ মাতৃভাষা অসমীয়া সাহিত্য এৰি সংস্কৃতৰ চৰ্চ্চা কৰিলে, এনেকি ভুলে-চুকেও অসমীয়া সাহিত্য বা অসমীয়া জাতিৰ কোনোবিধ মঙ্গল সাধি নগল। এনে স্থলত তেওঁৰ জীৱন চৰিত আমাৰ আৰ্হিস্থল হব পাৰে কেনেকৈ ? তেওঁৰ জীৱন চৰিত লিখি আমি তেওঁক পূজা কৰিম কেলেই ? এইবোৰ কাৰণত আনন্দৰাম বৰুৱাই অসমীয়াৰ স্মৃতিফলিত আজি পূৰ্ণহৃতীয়া সম্ভাষণ পোৱা নাই, যি সম্ভাষণ পাইছে তাৰ গতি ভেকস্ৰোত গতি, সি গঙ্গাস্ৰোত গতি নহয়। কিন্তু আমি সোধোঁ, ওপৰত উন্নুকিউৱা কাৰণত যে আমি তেওঁৰ যথাযথ পূজা কৰা নাই, সেইবোৰ কাৰণ তেওঁৰ পূজাৰ অনুকূল নে প্ৰতিকূল।

আনন্দৰাম বৰুৱা একুৰি-উনৈশ বছৰ কাল এই সংসাৰত জীয়াই আছিল, এই কালৰ ভিতৰত তেওঁ অসমৰ দেখাতে একো উপকাৰ সাধি নগল ইও সঁচা। ব্যৱস্থাপক সভাত মিউনিচিপালিটিৰ টেক্স্ কমাবলৈ বা আন কোনো প্ৰস্তাৱ মেলি গৱৰ্ণমেণ্টক অনুৰোধ কৰা নাছিল ই সঁচা, কিন্তু সেই বুলি তেওঁৰ অসামান্য গুণৰাশিৰ কিবা বঢ়া-টুটা হ'লনে ? তেওঁ আছিল সাহিত্য-আকাশৰ পূৰ্ণচন্দ্ৰ, সাহিত্যৰ অমিয়া পান কৰোঁতে তেওঁৰ আত্মা বিভোৰ আছিল ; শঙ্কা আৰু প্ৰতিদ্বন্দ্বিতা-সমাকুল ৰাষ্ট্ৰীয়-ক্ষেত্ৰত থিয় হবলৈ তেওঁৰ প্ৰবৃত্তি বা অৱসৰ হয় কেনেকৈ ? তেওঁ নিজেই এবাৰ আক্ষেপ কৰি কৈছিল,—"ৰজাঘৰীয়া কথা লৈ অনৰ্থক খোৱা-কামোৰা নকৰি আমাৰ নেতাসকলে যদি সংস্কৃত সাহিত্যৰ বহুমূলীয়া ৰত্ন-ৰাজি পোহৰলৈ অনাৰ কামত মন-প্ৰাণ ঢালে তেনেহলে দেশৰ পৰম উপকাৰ হয়।" বৰুৱাই এনেদৰে কোৱাৰ পৰা আমি ভাবিব নালাগে যে তেওঁ ৰাষ্ট্ৰনৈতিক দলৰ মানুহক কোনোপ্ৰকাৰে ভাল নেপাইছিল। ওপৰত কোৱা কথাবোৰৰ ভিতৰত থকা ভাব বা তাৎপৰ্য্যহে আমি গ্ৰহণ



কৰিব লাগিব ; তেওঁৰ সংস্কৃত সাহিত্যত অনুৰাগ ইমান প্ৰবল আছিল, আৰু সেই লুপ্তপ্ৰায় দেৱভাষাৰ কাৰণে কৰিব লগীয়া ইমান কাম আছিল বুলি তেওঁ ভাবিছিল যে আন কোনো মেধাবী মানুহে সংস্কৃত-চৰ্চ্চা এৰি আনৰ চৰ্চ্চাত ধৰিলে তেওঁ বেয়া পাইছিল। ৰাষ্ট্ৰনীতিৰ প্ৰতি প্ৰকৃত অৱজ্ঞাভাবৰ পৰা এই কথাষাৰ ওলোৱা নাই, ই তেওঁৰ সংস্কৃত সাহিত্যলৈ অতুলন অনুৰাগৰ পৰাহে ওলোৱা। যি উলাহত আনন্দৰাম বৰুৱাই এবাৰ চিঞৰি উঠিছিল—"মোৰ পক্ষে সংস্কৃত ভাষাৰ নিচিনা মৰমৰ ভাষা আন একো নাই", -এই কথাষাৰো সেই উলাহৰ পৰা ওলোৱা।

তাৰ পাচত আনন্দৰাম বৰুৱা আছিল বঙ্গদেশত, ইমান ব্যস্ত হৈ থাকিব লগা মাজিষ্ট্ৰেটৰ কাম কৰিছিল, আৰু ইমান চেষ্টা গবেষণা কৰি গ্ৰন্থ লিখিছিল, ইয়াৰ ভিতৰত দেশৰ উপকাৰ কৰিবলৈ তেওঁ অৱসৰ পায় ক'ত ? স্বৰ্গীয় ৰমেশচন্দ্ৰ দত্তই চিভিলিয়ান হৈও দেশৰ উপকাৰ কৰিবলৈ সময় পাইছিল, এসময়ত কংগ্ৰেচৰ সভাপতিও হব পাৰিছিল, চিভিলিয়ান চাৰ কৃষ্ণগোবিন্দ গুপ্তই দেশৰ সেৱা কৰি ফুৰিছে, এনে স্থলত চিভিলিয়ান আনন্দৰাম বৰুৱাই নোৱাৰিলে কিয় ? কিন্তু আমি কওঁ এওঁলোকে চৰ্কাৰী কামৰ পৰা আজৰি লৈহে দেশসেৱাত মন পাৰিছে। আনন্দৰাম বৰুৱাক কিন্তু নিঠুৰ কালে অকালতে হৰি নিলে। দেশৰ বৰেণ্য-স্বৰূপে আনন্দৰামক আমি দেখা নাপালোঁ, বিশ্ববিদ্যালয়ৰ ভাইচ্-চেন্সেলাৰ হৈ চিনেটৰ মিটিঙত সভাপতিৰ আসন গ্ৰহণ কৰা তেওঁক দেখা নাপালোঁ, নাইট্ উপাধি লৈ বিলাতৰ ইণ্ডিয়া-কাউন্সিলত তেওঁ স্থান নাপালে। কিন্তু এইবোৰ সন্মান তেওঁৰ কাৰণে স্থগিত আছিল। নিঠুৰ কালৰ গৰ্ভত সকলো লোপ পালে ! আনন্দৰাম বৰুৱাৰ অস্তিত্বৰ পৰা জগতৰ যিখিনি প্ৰাপ্য আছিল, তাৰ আধাখিনিও উছল নহল ; তেওঁৰ গাত থকা 'চুপাৰমেন' বা অতিমানবৰ বিকাশ মুকুল অৱস্থাতে সমাপ্ত হল।

গতিকে আনন্দৰাম বৰুৱাই অমুকটো নকৰিলে বুলি আমি আক্ষেপ কৰা যুগুত নহয়। এতিয়া চোৱা যাওক তেওঁনো আমাৰ কি কৰিলে।

আনন্দৰাম বৰুৱাই অসমলৈ এটি সম্মানৰ সোঁত বোৱালে, অন্তৰ্জাতি-সম্মিলনত আনন্দৰাম বৰুৱাই আমাক উচ্চ আসন দিয়ালে, সভ্য উন্নতিশীল জাতিৰ লগত পাণ্ডিত্যৰ সোণৰ শিকলিৰে তেওঁ আমাক সংযুক্ত কৰি গল। আমি অসমীয়াই আনন্দৰাম বৰুৱাৰ পৰা এইখিনি পাইছোঁ। আমাৰ দেশলৈ যেয়ে সন্মান আনে তেওঁকে আমি সম্মান কৰিম। মহাত্মা গোপালকৃষ্ণ গোখেলে এবাৰ কৈছিল,—"আমাৰ দেশলৈ যি সম্মান আনে তেৰেঁই আমাৰ সম্মানৰ পাত্ৰ। সকলো বিষয়তে সেই সম্মান বা উৎকৰ্ষৰ সোঁত বব লাগিব। তেহে কোনো জাতিৰ সৰ্ব্বাঙ্গীন উন্নতি বুলি কব পাৰোঁ।" বিলাতত বৈজ্ঞানিক চাৰ উইলিয়েম ৰাম্‌চে, চাৰ অলিভাৰ লজৰ সন্মান; ৰাষ্ট্ৰনৈতিক লৰ্ড মৰ্লি, মিঃ লইড জৰ্জ্জৰ অপৰিমেয় সম্মান; সেইদৰে নাটকীয় জগতত মিঃ মেথিচন লেং, মিচ্ এলেন্ টেৰী, চাৰ্লি চেপ্‌লিন আৰু মেৰুচ্ লিওৱাৰো সন্মান। বিষয় যেয়ে হওক, সেই বিষয়ত উৎকৰ্ষ লাভেহে প্ৰতিভাৰ পৰিচয়। আনন্দৰাম বৰুৱাই গোটেই ভাৰতত নাম জ্বলালে, ইউৰোপীয় পণ্ডিত-সমাজত তেওঁ আসন লাভ কৰিলে, আমাক আৰু ইয়াৰ বেচি একো নালাগে। আমাৰ দেশৰ বায়ু, আমাৰ দেশৰ পানী আৰু অসমীয়াৰ খাৰখোৱা তেজ মাংসৰ পৰা জন্মগ্ৰহণ কৰি আনন্দৰামে ইমান কীৰ্ত্তি ৰাখিলে, সেয়ে যথেষ্ট। তেওঁৰ পৰা পাৰ লগীয়া আমাৰ শেষ হ'ল বুলি ধৰিম। আমি গুণীৰ গুণ নুবুজি বীৰ-পূজাত পিচ পৰিব পাৰোঁ, কিন্তু আনন্দৰাম বৰুৱাই নানা ঠাইৰ নানা পণ্ডিতৰ পৰা অপৰ্য্যাপ্ত সম্মান লাভ কৰিছে। বঙ্গগৌৰৱ ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, পণ্ডিতশিৰোমণি মহামহোপাধ্যায় মহেশচন্দ্ৰ ন্যায়ৰত্ন, কলিকাতা হাইকোৰ্টৰ ভূতপূৰ্ব্ব জজ আৰু কলিকাতা ইউনিভাৰ্চিটিৰ সৰ্ব্বপ্ৰথম ভাৰতীয় ভাইচ্‌চেঞ্চেলাৰ চাৰ গুৰুদাস বন্দ্যোপাধ্যায়, স্বনামখ্যাত ৰমেশচন্দ্ৰ দত্ত, কবি নবীনচন্দ্ৰ সেন, বোম্বেৰ সুপুত্ৰ কালে, আপ্তে, কেম্ব্ৰিজৰ চেচিল বেণ্ডেল, মিঃ জে-ডি এণ্ডাৰ্চন্, অক্সফোৰ্ডৰ ভট্ট মোক্ষমূলাৰ আৰু থিয়দাৰ গোল্ড্‌ষ্টাকাৰ প্ৰমুখ্যে পূব আৰু পশ্চিমৰ জ্ঞানৰ অধিনায়কসকলে আনন্দৰাম বৰুৱাৰ বিশেষভাবে মোল বুজিছিল, আৰু তেওঁৰ অকাল মৃত্যুত সংস্কৃত সাহিত্যৰ যে কিমান ক্ষতি হৈছে তাক মুক্তকণ্ঠে স্বীকাৰ কৰিছিল।



পৌৰাণিক যুগৰ পৰা আৰম্ভ কৰি বৰ্ত্তমান কাললৈকে তিনিজনা অসমীয়া মহাত্মাই সৰ্ব্বভাৰতব্যাপী আন্দোলন বা চৰ্চ্চাত খ্যাতি লাভ কৰিছে। কামৰূপেশ্বৰ ভগদত্তই যেতিয়া চীন আৰু কিৰাত সৈন্য লৈ কৌৰৱ-পাণ্ডৱৰ মহাযুদ্ধত উপস্থিত হলগৈ, তেতিয়া উভয় পক্ষৰ বিপুল সৈন্য-বাহিনীৰ দৃষ্টিবিচিত্ৰ সমৰসজ্জাত বিভূষিত গজহস্তী পৰিবেষ্টিত অসমীয়া সৈন্যৰ ওপৰত নিপতিত হল। কুৰুক্ষেত্ৰ মহাযুদ্ধৰ লগে লগে ভগদত্ত নৃপতিৰ নাম গোটেই ভাৰতময় বিয়পি পৰিল। খৃষ্টীয় সপ্তম শতিকাত চীন পৰিব্ৰাজক হিৱেনচাঙ্গে যেতিয়া ভাৰত পৰিভ্ৰমণ কৰে, তেওঁ কামৰূপত বহুত দিন বাস কৰি নানা শাস্ত্ৰ অধ্যয়ন কৰে। তেতিয়া কামৰূপৰ ভিতৰত নানা শিক্ষাকেন্দ্ৰ আছিল, আৰু দেশৰ সমৃদ্ধি আন দেশৰ চকুত লগা আছিল। তেতিয়াৰ কামৰূপেশ্বৰ কুমাৰ ভাস্কৰবৰ্ম্মাৰ আতিথ্য আৰু কামৰূপী পণ্ডিতৰ পাণ্ডিত্যত মুগ্ধ হৈ চীনপৰিব্ৰাজকে এই দেশ এৰি যাবলৈ সহজে ইচ্ছা নকৰিছিল। তাৰ পাচত থানেশ্বৰৰ নৃপতি উত্তৰ ভাৰতৰ একচ্ছত্ৰ সম্ৰাট হৰ্ষবৰ্দ্ধনৰ বিশেষ চেষ্টাত কুমাৰ ভাস্কৰবৰ্ম্মাই হিৱেনচাঙ্গক উক্ত সম্ৰাটৰ ওচৰলৈ পঠিয়াই দিয়ে। গৌড়ৰাজ শশাঙ্কৰ বিৰুদ্ধে হৰ্ষবৰ্দ্ধনৰ যিবোৰ যুদ্ধ হয় সেইবোৰত কুমাৰ ভাস্কৰবৰ্ম্মা সম্ৰাটৰ প্ৰধান সহায় আছিল। তাৰ পাচত সম্ৰাটৰ সকলো শোভাযাত্ৰাত কুমাৰ ভাস্কৰবৰ্ম্মা অগ্ৰগণী আছিল। হিৱেনচাঙ্গৰ ভাৰত ভ্ৰমণ কাহিনী, বাণভট্টৰ হৰ্ষচৰিত আদি গ্ৰন্থই কুমাৰ ভাস্কৰবৰ্ম্মাক ভাৰতব্যাপী খ্যাতি দান কৰিছে।

তাৰ পাচত ঊনৈশ শতিকাত অসমৰ প্ৰতিভাশালী পণ্ডিত আনন্দৰামে নিজৰ জ্ঞান আৰু একনিষ্ঠাৰ বলেৰে গোটেই ভাৰতত যশস্যা লাভ কৰিছে।

মহাত্মা মেধাবী পুৰুষসকলে দেশৰ পোনপাকে কিবা উপকাৰ কৰক বা নকৰক, আওপাকে এইটো উপকাৰ কৰি যায় যে সেই জাতিৰ অন্তর্নিহিত ভৱিতব্যতা বা একেবাৰে ওখ থাপলৈকে উধাব পৰা শক্তি বা চৰম উৎকৰ্ষৰ সম্ভাৱনা আঙুলিয়াই দেখুৱাই যায়। আনন্দৰাম বৰুৱায়ো জগতৰ মহাসভাত অসমীয়া জাতিৰ এই মানসিক উৎকৰ্ষৰ সম্ভাৱনা ঘোষণা কৰি গৈছে। তেওঁ দেখুৱাই গৈছে যে অসমীয়া মানুহ সোপাচিলা অকামিলা বা অকল 'খৰিকতীয়া বা পানীতোলা' শ্ৰেণীৰ মানুহ নহয়। তেওঁলোকৰ মাজতো অসাধাৰণ মগজু লৈ মেধাবী পুৰুষৰ জন্ম হোৱাৰ সম্ভৱ। এই যে সম্ভাৱনাৰ জ্ঞান, এয়ে আমাৰ জাতীয় উন্নতিত বিশেষ সহায় কৰিব। তাহানি বীৰবৰ লাচিত-ফুকনে সমৰক্ষেত্ৰত অসমীয়াৰ এক উৎকৰ্ষৰ সম্ভাৱনা কই গল, মহাপুৰুষ শঙ্কৰদেৱে আধ্যাত্মিক ক্ষেত্ৰত অসমীয়াৰ ভৱিতব্যতা দেখুৱালে, মহামতি পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়াই ৰাজনৈতিক ক্ষেত্ৰত অসমীয়াৰ চৰম উৎকৰ্ষ দেখুৱাই থৈ গল, সেইদৰে আনন্দৰাম বৰুৱায়ো সাহিত্য ক্ষেত্ৰত লক্ষ্মী-সৰস্বতীৰ বৰপুত্ৰ হৈ অসমীয়াৰ ভৱিতব্যতা দেখুৱাই থৈ গ'ল। আমি সেই দেখিয়েই আনন্দৰাম বৰুৱাক পূজা কৰিম, যদি কায়মনোবাক্যে ইমান দিনে আমি তেওঁক পূজা কৰা নাই, এতিয়াৰে পৰা আমি তেওঁক পূজা কৰিম। কাৰণ তেওঁৰ অসাধাৰণ প্ৰতিভাশক্তিৰ পূজা কৰিবলৈ পূব আৰু পছিমৰ পণ্ডিতসভাই পিচ হোঁহোকা নাই; এনেস্থলত আমি যদি তেওঁক পূজা নকৰোঁ তেন্তে আমাৰ গাত উপকাৰীক অজগৰে খোৱা অজীন-পাতকীৰ চেকা পৰিব।

যি লাই বাঢ়িব তাৰ দুপতীয়াতেই চিন। আনন্দৰাম বৰুৱা কলেজত সোমাবৰ দিন ধৰি তেওঁৰ প্ৰতিভাই সকলোৰে চিত্ত আকৰ্ষণ



কৰিছিল। কলিকাতা প্ৰেচিডেন্সী কলেজত তেওঁৰ সহপাঠী আছিল ৰমেশচন্দ্ৰ দত্ত, বিহাৰীলাল গুপ্ত, ত্ৰৈলোক্যনাথ বসু, প্ৰেমচান্দ ৰায়চান্দ বৃত্তিধাৰী কাৰ্ত্তিকচন্দ্ৰ মিত্ৰ আৰু হাইকোৰ্টৰ খ্যাতনামা উকীল উমাকালী মুখাৰ্জ্জী। তেওঁলোকৰ গুৰু আছিল দেশপূজ্য চাৰ গুৰুদাস বন্দোপাধ্যায়। গুৰু শিষ্যৰ এনে অপূৰ্ব্ব ত্ৰিবেণী-সঙ্গম জগতত বিৰল, মাজত পূৰ্ণিমাৰ জোন, তাৰ কেউফালে যেন উজ্জ্বল তাৰকাবৃন্দই বেৰি আছে। এওঁলোকৰ প্ৰত্যেকেই দেশৰ বুৰঞ্জীত চিন ৰাখি থৈ যাব পাৰিছে। চাৰ গুৰুদাস তেওঁলোকৰ গণিতৰ অধ্যাপক আছিল। এই নক্ষত্ৰ-সভাৰ মাজত দুখুনী অসমৰ বুকুৰ পৰা গৈ আনন্দৰামে কিদৰে জিলিকিছিল তাৰ বিষয়ে চাৰ গুৰুদাসে আমাক নিজে কৈছে,—"১৮৬৫ খৃষ্টাব্দৰ প্ৰেচিডেন্সী কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণী উজ্জ্বল তাৰকাবৃন্দৰে ভৰপূৰ আছিল; আৰু মিঃ বৰুৱা এই উজ্জ্বল ছাত্ৰবৃন্দৰ মাজত সবাতকৈ উজ্জ্বল আছিল।" চুম্বকে যেনেকৈ লোহাক টানে, এটি জ্যোতিষ্কই যেনেকৈ আন এটিৰ ফালে ঢাল খায় তেনেকৈ মহানুভৱসকলৰ মাজত এটি বৈদ্যুতিক আকৰ্ষণী শক্তি আছে। এই দেশ-বিখ্যাত সহপাঠীসকলৰ লগত আনন্দৰাম বৰুৱাৰ যি বন্ধুত্ব হয় সি জীৱনব্যাপী আছিল। সেই কালত কবি নবীনচন্দ্ৰ সেন বৰুৱাদেৱৰ প্ৰতি বিশেষভাবে আকৃষ্ট হয়।

তাৰ পাচত আনন্দৰাম বৰুৱা বিলাতত থাকোঁতে কলিকাতাৰ দাতাকৰ্ণ ব্যাৰিষ্টাৰ চাৰ তাৰকনাথ পালিত আৰু বোম্বাইৰ প্ৰথম চিভিলিয়ান শ্ৰীপদ বালাজী ঠাকুৰৰ লগত তেওঁৰ বিশেষ বন্ধুত্ব হয়। বিলাততো তেওঁৰ প্ৰতিভা জিলিকি উঠে; লণ্ডন ইউনিভাৰ্চিটিৰ অধ্যাপক ডাক্তাৰ কাৰ্পেণ্টাৰে কৈছিল,—"মই ইমানদিন অধ্যাপকী কৰিলোঁ, কিন্তু আনন্দৰাম বৰুৱাৰ নিচিনা অনুসন্ধিৎসু আৰু তত্ত্বগ্ৰহনেচ্ছু ছাত্ৰ মই এই পৰিমিতে পোৱা নাই।" তেওঁ আই-চি-এচ্ পৰীক্ষাৰ লগতে বি-এচ্ চি আৰু ব্যাৰিষ্টাৰী পৰীক্ষাও পাচ কৰি আহে, ইও কম গৌৰবৰ কথা নহয়।

চিভিলিয়ান পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ কামত সোমায়। তাতো তেওঁৰ প্ৰতিভাশক্তি জিলিকি উঠে। তেওঁৰ পূৰ্ব্বে কোনো ভাৰতীয়ৰ ওপৰত জিলাৰ ভাৰ সমৰ্পিত হোৱা নাই। নোৱাখালী হেন ইমান ডাঙৰ জিলাৰ ভাৰ তেওঁৰ গাত আছিল। ৰমেশদত্তৰ জীৱনী লিখক মিষ্টাৰ জে, এন গুপ্ত আই-চি-এচ কৈছে,—"ভাৰতীয় সকলৰ ভিতৰত আনন্দ-ৰাম বৰুৱাই সৰ্ব্বপ্ৰথমে জিলাৰ কাৰ্য্যকৰী ভাৰ পায়।" আনন্দৰামৰ মনস্বিতাও সাধাৰণ থাপৰ নাছিল, এই মনস্বিতাৰ কাৰণে তেওঁ অসম এৰি বঙ্গদেশলৈ গুচি গল। এবাৰ চিটাগঙ্গ বিভাগৰ কমিচনাৰ মিষ্টাৰ ওয়েষ্ট্‌মেকট্‌ চাহাবৰ লগত কিবা কথাত মতান্তৰ হোৱাত বৰুৱাদেৱে উক্ত কমিচনাৰ চাহাবলৈ যি লিখি পঠিয়ায় তাৰ শাৰীয়ে শাৰীয়ে তেজস্বিতাৰ প্ৰকাশ,—"মিঃ ওয়েষ্ট্‌মেকট্‌ চাহাবে মনত ৰখা উচিত যে চিভিল চাৰ্ভিচৰ প্ৰলোভন বা ৰজাঘৰীয়া কোনো ৰকম অপবাদে,—যাক মই ন্যায় আৰু শুদ্ধ বুলি বিবেচনা কৰোঁ তাক সম্পাদন কৰাৰ পৰা মোক বিৰত কৰাব নোৱাৰে।" আমি শুনিছোঁ এই ঘটনাটো নোৱাখালীৰ মানুহৰ মুখে মুখে। এই তেজস্বিতাৰ গুণেৰে তেওঁ প্ৰজাৰ প্ৰিয়পাত্ৰ হৈছিল। কুমিল্লা জিলাৰ অন্তৰ্গত দোল্লাই পৰগণাৰ 'বৰুৱা দিঘী' আৰু 'বৰুৱা বাজাৰে' এতিয়াও তাক সমৰ্থন কৰিছে। আমি শুনিছোঁ বৰুৱাৰ নামেৰে নোৱাখালীত এটা বালিকা স্কুলো স্থাপন কৰা হৈছিল।

ইকালে যেনে বিদ্বান্‌ যেনে মনস্বী বৰুৱাদেৱ তেনে সৰল আছিল। বিলাতত থাকোঁতে তেওঁৰ বন্ধু-বান্ধৱসকলে নাজানিছিল যে বৰুৱাদেৱে আই-চি-এচৰ বাহিৰে আন কিবা পৰীক্ষালৈ চেষ্টা কৰিছে। তেওঁ খোটালীত পঢ়ি থাকে; যেতিয়াই কোনো বন্ধুৱে অহি দুৱাৰত টুকুৰিয়ায় বা 'নক্‌' কৰে তেওঁ ব্যস্ত হৈ আন পৰীক্ষাৰ কিতাপ আদি পোনতে লুকুৱাই থৈহে দুৱাৰ খুলি দিয়ে। ইও এক ৰকম সৰলতা,



সৰু সৰু লৰাই যেনেকৈ লগৰ লগৰীয়াৰ মনত অনাভুয়াকৈ বিস্ময় জন্মাবলৈ বিচাৰে। তাৰ পাচত পক্ষাঘাত বেমাৰত পৰি যেতিয়া ছুটি লৈ চাৰ তাৰকনাথ পালিতৰ ঘৰত থাকেহি পালিতে নিতৌ কয়,—"মিঃ বৰুৱা, তুমি উইল কৰাঁ।" কিন্তু বৰুৱাদেৱে উইল কৰিবলৈ কেতিয়াও স্বীকাৰ কৰা নাছিল, জানোচা উইলৰ অনুগামী মৃত্যুয়ে তেওঁক অব্যৰ্থভাৱে আক্ৰমণ কৰেহি। আমি এইবোৰ কথা স্বৰ্গীয় বৰুৱাৰ বহুদিনৰ বন্ধু চাৰ পালিতৰ নিজ মুখে শুনিছোঁ, আনন্দৰামৰ প্ৰিয়তম কবি শ্ৰীকণ্ঠ ভৱভূতিৰ কথা বাস্তবিকে সঁচা, যে মহাত্মাসকলৰ মন বজ্ৰতকৈও কঠিন আৰু ফুলতকৈও কোমল।

স্বৰ্গীয় চাৰ তাৰকনাথ পালিতে আমাক আৰু এটা বৰ লাগতিয়াল কথা কৈছিল যে মিষ্টাৰ বৰুৱা বৰ কথকী নাছিল, নিজৰ পেটৰ কথা কাচিতো খুলি নকৈছিল, তেওঁ বৰ 'চাপা' আছিল। তেওঁ নীৰৱে নিজৰ কাম কৰি যায়, কাৰো লগত বিশেষ হুলিগলি নকৰে, কাৰো আগত পেটৰ কথা খুলি নকয়। পণ্ডিত-প্ৰবৰ আনন্দৰাম বৰুৱাই সোনালী নিমাতীদেবীক উপাসনা কৰিছিল। তেওঁ অমুকটো কাম কৰিম বুলি জয়ঢোল কোবাই নুফুৰিছিল, তেওঁ কাৰ্য্যৰ পৰিণতিৰেহে আনৰ মনত বিস্ময় জন্মাবলৈ চেষ্টা কৰিছিল। কাৰণ, কোনো মনৰ প্ৰস্তাৱ বন্ধু-বান্ধৱৰ আগত মে'ল ধৰিলে সি সমালোচনা আৰু মন্তব্যৰ কোবত ভোটা হৈ অহাটো সম্ভৱ। শিশুপ্ৰাণ বৰুৱাদেৱে এই সমালোচনা-যন্ত্ৰণা সহিব কেনেকৈ? সেই দেখি বৰুৱাদেৱৰ জীৱনকাহিনী যদি আজি অসম্পূৰ্ণ হব লগীয়া হয় ই তেওঁৰ নিমাতী অভ্যাসৰ প্ৰতিফল।

মিঃ বৰুৱা কথা-বাৰ্ত্তাত এইদৰে নিমাত আছিল আৰু আত্মপ্ৰকাশৰ চেষ্টা নকৰিছিল সঁচা কিন্তু থনচেৰেক কিতাপত সংস্কৃত শ্লোকেৰে তেওঁ নিজৰ পৰিচয় দি গৈছে। গ্ৰন্থকাৰ বা কবিয়ে নিজৰ কিতাপত পদ্যেৰে পৰিচয় দিয়া পদ্ধতি অতি প্ৰাচীন। ৰক্ষণশীলসকলৰ মাজতহে এই

প্ৰাচীন পদ্ধতি আজিলৈকে অৱলম্বিত হৈছে। পাশ্চাত্য সভ্যতাৰ জ্যোতিষ্কেন্দ্ৰ লণ্ডনত শিক্ষিত হৈ বি-এ, আই-চি-এচ্, বি-এচ্-চি আৰু ব্যাৰিষ্টাৰ উপাধি ধাৰণ কৰি মিষ্টাৰ বৰুৱাদেৱে নিষ্ঠাবান সংস্কৃত পণ্ডিতৰ দৰে এই আত্মপৰিচয় পদ্ধতিৰ অৱলম্বন কৰিছিল ইহে আচৰিত। মহাবীৰচৰিতৰ 'জানকীৰামভাষ্য'ত যেতিয়া তেওঁ লিখিলে

জানকীৰামসোদৰ্য্যা দুৰ্লভাগৰ্গনন্দনঃ।
আনন্দৰাম বৰুৱা প্ৰাগ্জ্যোতিষ্পুৰসম্ভবঃ॥ * * *
ইংলণ্ডনগৰেন্দ্ৰস্থ মধ্যায়তনবাদিনা।
ভাৰতেশ্বৰভৃত্যেণ চাৰিত্ৰমুজ্জ্বলীকৃতম্॥ * * *
আসীন্মে দয়িতো ভ্ৰাতা জানকীৰাম বিশ্ৰুতঃ।
পিত্ৰো প্ৰিয়তৰঃ পুত্ৰঃ প্ৰাগ্জ্যোতিষ্পুৰনন্দনঃ॥
অঙ্কে শব্দে পুৰাবৃত্তে লব্ধবিস্তীৰ্ণবোধনঃ।
স্বদেশস্য হিতে কাৰ্য্যে সদা প্ৰবণমানসঃ॥ * * *

বা যেতিয়া তেওঁ বাণীবন্দনা কৰি লিখিলে

যস্যামাদিকবিঃ পবিত্ৰচৰিতং ৰামস্য দিব্যং ব্যধাৎ।
যস্যাশ্চিত্ৰৰসা বিচিত্ৰৰচনা বাভাতি কাদম্বৰী॥
যা ভাষ্যে গহনাং ধিয়ং বিতনুতেঽভীশং পৰাং শাঙ্কৰে।
জীয়াৎ সাপ্ৰলয়ং সমুজ্জ্বলতৰা সংস্কাৰপূতা গিৰা॥ * * *

তেতিয়া কাৰ ভাবিবৰ শক্তি যে এই সংস্কৃত শ্লোকবোৰৰ লিখক চিভিলিয়ান মিঃ আনন্দৰাম বৰুৱা? ই যেন বিক্ৰমাদিত্য, শ্ৰীহৰ্ষবৰ্দ্ধন বা ভোজৰজাৰ সভাৰ কোনো ৰাজকবিৰ নিগূঢ় ভাবসমষ্টিৰ ছন্দোময় ঝঙ্কাৰ! জড়বাদী সভ্যতাৰ শীৰ্ষযুগ উনবিংশ শতিকাত জন্মগ্ৰহণ কৰিও বৰুৱাদেৱে পুৰাণাদিত প্ৰসিদ্ধ প্ৰাগ্জ্যোতিষ্পুৰৰ উপযুক্ত সন্তান বুলি জগতত চিনাকী দিব পাৰিছিল। বিলাত-ফেৰৎ হৈয়ো তেওঁ আত্মবিস্মৃত নহৈছিল।

সংস্কৃত পণ্ডিতসকলৰ দৰে আনন্দৰাম বৰুৱাই ঠায়ে ঠায়ে আত্মপৰি-



চায়ক পদ্য সংস্কৃতত লিখিছিল, কিন্তু সংস্কৃত পণ্ডিতসকলৰ এটি গুণ নাই যিটি গুণৰ কাৰণে আনন্দৰামৰ ইমান সুখ্যাতি। এয়ে হৈছে তেওঁৰ সমালোচনাশীল, তুলনাশীল আৰু বিশ্লেষণশীল প্ৰতিভা। আমাৰ পণ্ডিতসকলে চাৰিবেদ, পাণিনিসূত্ৰ, অষ্টাধ্যায়ী, বেদান্তসাৰসূত্ৰ প্ৰভৃতি মুখস্ত গাই যাব পাৰে, আৰু তৰ্কজালৰ চক্ৰবেষ্টৰ মাজত পেলাই তৈলা-ধাৰ পাত্ৰনে পাত্ৰাধাৰ তৈল বুলি সন্দেহজাল বিস্তাৰ কৰিব পাৰে, কিন্তু তেওঁলোকৰ গাত সমালোচনা আৰু বিশ্লেষণ কৰা প্ৰবৃত্তি ক'ত? তেওঁলোকৰ পাণ্ডিত্য যেন পুঞ্জীভূত পঙ্কৰাশি, তাত যেন জীৱনীশক্তি নাই, তেনেকুৱা পাণ্ডিত্যই শ্লোক মুখস্ত মাতি কোনো সিদ্ধান্ত বা অনু-মানৰ সমৰ্থন বা অনুমোদন কৰিব পাৰে, কিন্তু তুলনা কৰি সাৰাংশ উলিয়াই মত-দ্বৈধৰ মাজৰ পৰা ঐক্য আৱিষ্কাৰ কৰিব নোৱাৰে। অৱশ্যে ইয়াৰ ব্যতিক্ৰম মাজে মাজে এটি দুটি দেখা যায়। মহাকবি কালিদাসৰ 'শকুন্তলা'ই যেতিয়া ইউৰোপীয় পণ্ডিত-সমাজত এটি নতুন যুগ উলিয়ায় তেওঁলোকে তেতিয়াৰে পৰা বিশ্লেষণ কৰি সমালোচনা প্ৰবৃত্তিৰে সংস্কৃত সাহিত্য পঢ়িবলৈ ধৰিলে। ইউৰোপত সংস্কৃত সাহিত্যৰ প্ৰভাৱ বিস্তাৰ কৰোঁতা সকলৰ ভিতৰত চাৰ উইলিয়াম জন্স্, কলব্ৰুক, মোক্ষমূলাৰ, উইল্কিন্স, কাৱেল, ওৱেবাৰ, হুইট্নি, হেমিল্টন, ওল্ডেনবাৰ্গ, জেকবী, পলদিউচেন বা পলদেৱসেনা প্ৰভৃতি প্ৰধান। তেওঁলোকে সমালোচনা প্ৰবৃত্তিৰে সংস্কৃত সাহিত্য পঢ়িছিল, পঢ়ি তাৰ গুণাগুণ বিচাৰ কৰি সকলোৰে সন্মুখত ৰসৰ ভঁৰাল মেলি দিছিল। এয়ে নোহোৱা হলে আমাৰ বেদ-বেদাঙ্গ, দৰ্শন, উপনিষদ অকল শ্ৰোত্ৰিয়সকলৰ সম্পত্তি হৈ পুৰণি সাঁচিপতীয়া পুথিৰ পেৰাৰ মাজত সোমাই থাকিলহেঁতেন, জগতেও ভাৰতৰ অমূল্য ৰত্নৰাজিৰ পোহৰ নাপালেহেঁতেন; আমি ভাৰতীয়ই যি আধ্যাত্মিকতা লৈ গৌৰৱ কৰোঁ সেই গৌৰৱৰ পৰা আমি আজি বঞ্চিত হলোঁহেঁতেন। পুৰাকালৰ

গ্ৰীকৃদেশৰ দেৱতা প্ৰমেথিয়ছে যেনেকৈ স্বৰ্গৰ পৰা জ্ঞানৰ অাৱিয়া আনি পৃথিৱীৰ মাটিৰ মৃত্তিকাক সঞ্জীৱিত কৰিছিল, সেইদৰে ইউৰোপৰ এই জিজ্ঞাসা বা সমালোচনা প্ৰবৃত্তিয়ে স্তপাকাৰ ভাৰতীয় পাণ্ডিত্যৰ জড়ত্ব ভাঙ্গি তাক অপূৰ্ব্বভাৱে সঞ্জীৱিত কৰিলে। তেতিয়াৰে পৰা ভাৰতীয় পাণ্ডিত্য অকল মৌখিক বা শাব্দিক হবলৈ এৰিলে। শিৱৰ তৃতীয় নেত্ৰৰ পৰা কুমাৰৰ জন্মৰ দৰে ভাৰতৰ ৰত্নাৱলীৰ পৰা জগতৰ সম্পদ বাঢ়িবলৈ ধৰিলে।

ইউৰোপীয় পাণ্ডিত্যৰ এই জিজ্ঞাসা-প্ৰবণতা লাহে লাহে আহি ভাৰতবৰ্ষৰ উপকূল পালেহি। লাহে লাহে ভাৰতৰ পণ্ডিতসকলেও নতুন দৃষ্টি লৈ প্ৰাচীন সাহিত্য পুৰাণ দৰ্শন আদি পঢ়িবলৈ ধৰিলে। তেওঁলোকৰ অনেকে হয়তো ইউৰোপৰ শিক্ষাকেন্দ্ৰত শিক্ষালাভ কৰিছিল, নাইবা ভাৰততে থাকি ইউৰোপীয় সাহিত্য পঢ়ি সেই নতুন সমালোচনা পদ্ধতিৰ অৱতাৰণা কৰিছিল। এই নব্যসম্প্ৰদায়ৰ ভাৰতীয় পণ্ডিতসকলৰ ভিতৰত ৰমেশচন্দ্ৰ দত্ত, ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰ, ইন্দ্ৰজী ভবানী, ৰাজেন্দ্ৰলাল মিত্ৰ আৰু আনন্দৰাম বৰুৱা প্ৰধান। ভাৰতীয় সাহিত্যক্ষেত্ৰত তেওঁলোকে এটি নতুন যুগ উলিয়ায়,—মৌলিক সাহিত্যৰ দ্বাৰা নহয়, সমালোচনামূলক সাহিত্যৰ দ্বাৰাই তেওঁলোকে ভাৰতৰ সাহিত্য আকাশত নতুন জেউতিৰ আৱিষ্কাৰ কৰে, সেই দেখি তেওঁলোকৰ পূজা ভাৰতব্যাপী। তেওঁলোকৰ ভিতৰত একেবাহে একানপতীয়াকৈ যদি কোনোবাই সংস্কৃত সাহিত্যৰ পূজা কৰিছিল তেন্তে তেওঁ আছিল আমাৰ আনন্দৰাম বৰুৱা। গতিকে, তেওঁ ভাৰতীয় সাহিত্যৰ এই নতুন যুগৰ পুৰোহিত বুলি ভাৰতৰ সাহিত্যসেৱকৰ পৰা পূজা পাই থাকিব।

এই থিনিতে বহুতে কব পাৰে,—"আনন্দৰাম বৰুৱাই চিৰ-চহকী সংস্কৃত সাহিত্যৰ যোগান নধৰি দুখীয়া অসমীয়া সাহিত্যৰ ফালে মন-কাণ



নাদলে কিয় ?" আনন্দৰাম বৰুৱাক যদি আমি অসমীয়া সাহিত্য-সেৱকৰ শ্ৰেণীৰ পৰা হেৰুৱালোঁ তেন্তে ই আমাৰ সাহিত্যৰ দুৰৱস্থাৰে দুৰ্ভাগ্য। তেওঁৰ নিচিনা প্ৰতিভাশালী পুৰুষৰ কৰ্ম্মভূমিৰ কাৰণে অসমীয়া সাহিত্যৰ সংকীৰ্ণ ক্ষেত্ৰ সুচল নাছিল; ইয়াত নাই মোলবুজা নাই প্ৰকৃত সমালোচনা, নাই আগ্ৰহভৰা 'সমজদাৰ' পাঠকশ্ৰেণী, আনন্দৰামৰ গোটেই জীৱন পেলনি গলহেঁতেন। সেইদেখি তেওঁৰ প্ৰতিভাৰ নিমিত্তে সুবিশাল কৰ্ম্মক্ষেত্ৰ উলিয়াই লবলৈ তেওঁ বাধ্য হ'ল। আমি আজিকালিও জনচেৰেক ওথশ্ৰেণীৰ সাহিত্য-সেৱকৰ মুখে শুনিছোঁ যে দুৰ্ভাগ্যবশতঃ হে তেওঁলোকে অসমীয়া সাহিত্যৰ সেৱা কৰি নিজৰ ঠেং ছুটি কৰিলে, অন্যান্য উন্নত সাহিত্যৰ সেৱা কৰিবলৈ পোৱা হলে তেওঁলোকৰ ইহকালীন পৰকালীন খ্যাতি আৰু সমৃদ্ধিৰ বাট-পথ আৰু সুচল হলহেঁতেন। ই কোনো দেশ-বৈৰী অজীনপাতকীৰ ভাৱ নহয়, জগতৰ উন্নত সাহিত্যৰ যেতিয়া আমি অঙ্গীভূত নহওঁ যেন লাগে সকলোৰে মনত তেনে ভাৱ অহাটো স্বাভাৱিক। প্ৰতিভাই নিজৰ কৰ্ম্মক্ষেত্ৰ বাচি লব, আনন্দৰাম বৰুৱায়ো তেওঁৰ প্ৰতিভাৰ সুচলক্ষেত্ৰ বাচি ললে সৰুৰে পৰা তেওঁ সংস্কৃত পঢ়িছিল, লৰাকালত তেওঁক সংস্কৃত পঢ়াবলৈ এজন অধ্যাপক বিশেষকৈ নিযুক্ত কৰা হৈছিল, কলিকতাত থাকোঁতে সংস্কৃত কলেজৰ বিৰাট সংস্কৃত লাইব্ৰেৰী তেওঁ উপান্ত কৰিছিল, বিলাতত থাকোঁতে বৃটিচ মিউজিয়মৰ সংস্কৃত গ্ৰন্থাৱলী এখন এখনকৈ শেষ কৰিছিল, অক্সফোৰ্ডত ভট্ট মোক্ষমূলাৰৰ লগত দেখা সাক্ষাৎ কৰি বৈদ্যুতিক আকৰ্ষণীৰে আকৃষ্ট হৈছিল, তেওঁ কল্পনা সাৰথি কৰি ভাৰতৰ অতীত গৌৰৱৰাশিৰ মাজত বিচৰণ কৰিছিল, এনেস্থলত তেওঁৰ পক্ষে সংস্কৃত সাহিত্যৰ সোৱাদ এৰাটো বৰ টান হল। আৰু সেই সময়ত বিলাত-ফেৰ্ত্তা সকলৰ মাজত অতি কমেহে মাতৃভাষাৰ চৰ্চ্চাত লাগিছিল। ৰমেশ দত্তই পোনতে ইংৰাজী সাহিত্যৰ উপাসনা কৰিছিল। বঙ্কিমচন্দ্ৰই

যিদিন তেওঁক কলে, "তোমাৰ নিচিনা প্ৰতিভাশালী পুৰুষে বি লিখা সেয়ে সাহিত্য," সেই মুহূৰ্ত্তৰ পৰা ৰমেশ্চন্দ্ৰৰ প্ৰতিভা বঙ্গীয় সাহিত্যৰ ফালে ঢাল খালে। তাৰ ফলত আজি 'বঙ্গবিজেতা,' 'মাধবীকঙ্কন', 'ৰাজপুতজীবনসন্ধ্যা', 'মহাৰাষ্ট্ৰ জীবনপ্ৰভাত' প্ৰণেতা ৰমেশ দত্তই বঙ্গীয় সাহিত্য-সমাজত ওখ আসন লাভ কৰিছে। আমাৰ কোনো অসমীয়া বঙ্কিমচন্দ্ৰই আনন্দৰামৰ প্ৰতিভাৰ সোঁত অসমীয়া সাহিত্যৰ ফালে বোৱাব নোৱাৰিলে কিয় ? ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাই কৰিছিল কি ? হয়তো লোকৰ মনৰ ওপৰত নিজৰ মনৰ প্ৰভাৱ বিস্তাৰ কৰিব পৰা কোনো বঙ্কিমচন্দ্ৰই অসমীয়াৰ মাজত নাছিল।

আনন্দৰাম বৰুৱাই অসমীয়া সাহিত্যত যোগ নিদিলে সঁচা, কিন্তু তেওঁ অসমক পাহৰা নাছিল। তেওঁৰ অভিধানৰ বহুত ঠাইত অসমৰ উল্লেখ আছে, কেবা ঠাইতো ইংৰাজী শব্দৰ উপযুক্ত সংস্কৃত প্ৰতিশব্দৰ অভাৱত অসমীয়া শব্দৰে তেওঁ তাৰ ভাব বুজাইছে। প্ৰাচীন কামৰূপ বা প্ৰাগ্‌জ্যোতিষ্‌পুৰৰ ক'ৰবাত উল্লেখ পালেই তাক তেওঁ মহা আগ্ৰহেৰে ব্যাখ্যা কৰিছিল। আৰু আমি শুনিছোঁ মাতৃভাষা অসমীয়া সাহিত্যৰ উন্নতি সাধিবলৈ তেওঁৰ ইচ্ছা আছিল, কিন্তু তেওঁৰ অকাল মৃত্যুতে সকলো নষ্ট হল।

'ভাৰতত অশান্তি' গ্ৰন্থ প্ৰণেতা চাৰ ভেলেণ্টাইন চিৰলে কৈছে,— "মিঃ গোখেল বৃটিছৰ আমোলৰ সৰ্ব্বশ্ৰেষ্ঠ ভাৰত সন্তান।" আমিও কব পাৰোঁ মিঃ আনন্দৰাম বৰুৱা আজিলৈকে বৃটিছৰ আমোলৰ সৰ্ব্ব-শ্ৰেষ্ঠ অসম-সন্তান ; ইয়াৰ মূল কাৰণ, তেওঁৰ গাত এটা লক্ষণ আছিল সেইটো আইন অসমীয়াৰ গাত নাই, এয়ে হৈছে তেওঁৰ একাগ্ৰতা। অতি কোমল বয়সতে তেওঁ যি জ্ঞানৰ অমৃত-পানত মন দিলে মৃত্যুৰ কাললৈকে তাৰ পৰা তেওঁ মুৰ দঙা নাছিল। নিজৰ জ্ঞানাৰ্জ্জনব্ৰতত কিবা বিঘিনি ঘটে বুলি তেওঁ বিয়াকে কৰা নাছিল। তেওঁৰ অতুল



ঐশ্বৰ্য্য এনেই এলাই-এথানি হৈ পৰি থাকিল, তাক ভোগ কৰিবলৈ কোনো নোলাল। এই একাগ্ৰতাৰ কাৰণে তেওঁ ইমান দায়িত্ব থকা মাজিষ্ট্ৰেটৰ কাম কৰিও গ্ৰন্থ ৰচনাৰ সময় পাইছিল। আৰু সেই গ্ৰন্থ কেনে ? সি ক্ষণস্থায়ী গীতি-উচ্ছ্বাস নহয়, তাক লিখিবলৈ তেওঁ গোটেই সংস্কৃত-সাহিত্য-সমুদ্ৰ-মন্থনৰ দৰ্কাৰ পৰিছিল। ক'ত কোনটো শ্লোকত কি সিদ্ধান্ত-সাপেক্ষ বিশেষত্ব আছে সেইবোৰ ঘাতি উলিয়াবলৈ তেওঁ অবিচ্ছিন্নভাবে পঢ়িব লগাত পৰিছিল। দেশৰ হিত কাম কৰিবলৈ কাৰোবাক অনুৰোধ কৰিলে আমাৰ বহুতে সময়ৰ অভাৱ বুলি আপত্তি কৰে, এনেহে অনুমান হয় যেন সময় পোৱা হলে তেওঁলোকে কিজানি গোটেই হিমালয় পৰ্ব্বতটোকে দাঙি আনি ব্ৰহ্মপুত্ৰৰ বুকুত থিয় কৰালে-হেঁতেন। যিসকলে সময়ৰ মূল্য বুজে তেওঁলোকে সময় নাই বুলি আতাহ নেপাৰে, তেওঁলোকক 'বঙ্গাকিটা' আৰু 'নীলা পুথি'ৰে আগুৰি থাকিলেও তেওঁলোকে দেশৰ কাম কৰিবলৈ সময় কাৰৰ পাৰে। ৰমেশ দত্ত আৰু আনন্দৰাম বৰুৱা ইয়াৰ জ্বলন্ত দৃষ্টান্ত।

আনন্দৰাম বৰুৱা ভিতৰুৱা জীৱনত কেনে আছিল তাৰ বিষয়ে সবিশেষ জানিবৰ একো উপায় নাই। তেওঁ বৰ গম্ভীৰ প্ৰকৃতিৰ মানুহ আছিল, কাৰো লগত বৰকৈ মাতবোল নকৰিছিল। তেওঁৰ এখন নিজা পণ্ডিতসভা আছিল। পণ্ডিত মণ্ডলীৰ লগত সাহিত্য আলোচনা কৰোঁতেই তেওঁৰ বেচি ভাগ সময় গৈছিল। আমি শুনিছোঁ, এই পণ্ডিত-সভাৰ অন্যতম সভ্য পণ্ডিতপ্ৰবৰ মহামহোপাধ্যায় অন্নদাচৰণ তৰ্কচূড়ামণি আজিও কাশীত আছে। এওঁলোকৰ প্ৰত্যেককে তেওঁ মাহে এশ ডেৰশ টকাৰ কমে বানচ নিদিছিল।

আনন্দৰাম বৰুৱা ঢুকাওঁতে অসমত এটি ভীষণ হাঁহাকাৰ শুনা গৈছিল। ভাৰতৰ অন্যান্য ঠাইতো সকলোৱে আক্ষেপ কৰিছিল এনে বহুমূলীয়া জীৱনটি অকালতে কালে হৰি নিলে। চাৰ গুৰুদাস বন্দোপাধ্যায়ে তেওঁৰ প্ৰিয়তম ছাত্ৰৰ বিয়োগ বাৰ্ত্তা শুনি কান্দি

পেলালে। 'ষ্টেট্‌চ্‌মেন,' 'বেঙ্গলী', 'ইণ্ডিয়ান্‌মিৰাৰ' প্ৰভৃতি কাকতত তেওঁৰ বিয়োগ বাতৰি জগতত প্ৰচাৰ কৰা হৈছিল। তাৰ পাচ বছৰত ইউনিভাৰ্চিটিৰ বছেৰেকীয়া অধিবেশনত ভাইচ্‌চেঞ্চেলাৰ চাৰ (তেতিয়া ডাক্তৰ) গুৰুদাস বন্দোপাধ্যায়ে তেওঁৰ বক্তৃতাত শোক প্ৰকাশ কৰে। বঙ্গৰ সুপ্ৰসিদ্ধ লেখক ঠাকুৰদাস মুখোপাধ্যায়ে 'সাহিত্যত' বিশেষভাবে দুখ কৰি প্ৰবন্ধ লিখে, কেম্ব্ৰিজৰ অধ্যাপক বৃটিচ মিউজিয়মৰ এজন সম্পাদক আৰু বৰুৱাদেৱৰ বিশেষ বন্ধু মিঃ চেচিল বেণ্ডেলে 'ট্ৰুবনাৰ্চ ৰিকৰ্ড' নামে কাগজত বৰুৱাদেৱৰ প্ৰতিভাৰ আলোচনা কৰি দীঘল প্ৰবন্ধ লিখে।

কিন্তু আমি অসমীয়াই কৰিছোঁ কি? এঠাই কি দুঠাইত বৰুৱাদেৱৰ ছবি আৰিয়েই আমি সন্তুষ্ট আছোঁ, ঠায়ে ঠায়ে হয়তো মাজে মাজে এখন দুখন স্মৃতি-সভাও পাতিছোঁ। তাৰ বাহিৰে আমি কৰিছো কি? বৰুৱাৰ নাম চিৰস্মৰণীয় কৰি ৰাখিবলৈ তেওঁৰ নামে বৃত্তি আদি দিয়া নহয় কেলেই? আমাৰ জাতীয় শিক্ষাকেন্দ্ৰ য'ত অসমীয়াৰ ভৱিষ্যত-আকাশৰ তৰাবৃন্দ জিলিকি আছে—কটন কলেজত আনন্দৰামৰ প্ৰস্তৰ প্ৰতিমূৰ্ত্তি থোৱা নহয় কিয়? ইয়াৰ কাৰণে আমাৰ চহকী মানুহৰো অভাৱ নাই। এইবোৰে অন্ততঃ অসমীয়া মানুহৰ অন্তৰত আনন্দ-স্মৃতি চিৰকাল জাগৰিত কৰি ৰাখিব। হয়তো তেনে আদৰ্শৰ ৰশ্মিপাত হলে আমাৰ অনুৰ্ব্বৰ অসম-মৰুভূমিতো এপাহি-দুপাহি আনন্দ-মালতী ফুলাই ফুলিব পাৰে।

---

# পূৰ্ব্বপুৰুষ আৰু লৰাকাল।

অসমীয়াৰ গৌৰৱমণি পণ্ডিতপ্ৰবৰ চিভিলিয়ান আনন্দৰাম বৰুৱাই কামৰূপৰ উত্তৰ গুৱাহাটীৰ মজিন্দাৰ বৰুৱা বংশক উজ্জ্বল কৰি থৈ গৈছে। এই বংশৰ আদি-পুৰুষ মানিকচন্দ্ৰই চুখাম্‌ফা খোৰাৰজাৰ দিনত বৰকাকতিৰ বাব লৈ উজনীৰ গড়গাওঁত বাস কৰিছিল। তেওঁৰ নাম পূৰ্ব্বে দুৰ্গাচৰণ বসু আছিল। তেওঁ গৌতম ঋষি গোত্ৰৰ মানুহ আছিল।

১৪৭৭ শকৰ আহাৰ মাহত কোচবেহাৰৰ ৰজা নৰনাৰায়ণে আমাৰ স্বৰ্গদেৱলৈ কেচুৰ ৰসেৰে লিখি এখনি চিঠি দিয়ে। কিন্তু পাত্ৰ-মন্ত্ৰী কোনেও সেই চিঠিৰ আখৰ মাতিব নোৱাৰিলে, পাচত দুৰ্গাচৰণে চাকিৰ পোহৰ গুচাই আন্ধাৰত সেই চিঠি পঢ়িবলৈ ধৰিলে। কেচুৰ ৰসেৰে লিখা আখৰ আন্ধাৰত জিলিকি উঠিল। ইয়াকে দেখি স্বৰ্গদেৱ খোৰাৰজাই দুৰ্গাচৰণৰ বুদ্ধিক বৰকৈ প্ৰশংসা কৰিলে, আৰু তেওঁক মজিন্দাৰ খিতাপ দিলে। আৰু কোনেও মনিব নোৱাৰা আখৰ তেওঁ বুদ্ধি লগাই মাণিক হেন উজ্জ্বল কৰি পঢ়িব পৰাৰ গতিকে তেওঁৰ নাম মাণিকচন্দ্ৰ থলে। ইয়াৰ উপৰিও ৰজাৰ ঘৰৰ পৰা তেওঁ মাটী আৰু বন্দীবেটী পালে; আৰু আগলৈ সেই বংশৰ কোনো মানুহে ডাঙৰ অপৰাধ কৰিলেও প্ৰাণদণ্ড নেপায় এনে ভাবৰ অনুগ্ৰহৰ কাকত দিলে। মাণিকচন্দ্ৰৰ জীৱনত যে এই বুদ্ধিৰ পৰিচয় পালোঁ সেই বুদ্ধি তেওঁৰ সতি-সন্ততিৰ গাত পূৰ্ণমাত্ৰা জিলিকি-ছিল। মাণিকচন্দ্ৰৰ তিনটি পুতেক, দামোদৰ বৰুৱা, মাটিখোৱা আৰু পৰশুৰাম। দামোদৰৰ সন্তান দুখীয়া বৰকাকতি, তেওঁৰ সন্তান সহজানন্দ, সহজানন্দৰ সন্তান দশৰথ, দশৰথৰ সন্তান কমললোচন,

কমললোচনৰ সন্তান বন্ধুৰাম মজিন্দাৰ বৰুৱা, বন্ধুৰামৰ সন্তান ৰঘুনাথ, ৰঘুনাথৰ সন্তান চিভিলিয়ান আনন্দৰামৰ পিতৃদেৱ গৰ্গৰাম মজিন্দাৰ বৰুৱা।

কোচানৰ ৰজা নৰনাৰায়ণে স্বৰ্গদেৱ খোৰাৰজালৈ কটকী পঠোৱা সম্বন্ধে এখন হাতে লিখা অপ্ৰকাশিত অসমবুৰঞ্জীত আমি বিশেষ উল্লেখ পাইছোঁ। ইয়াৰ মৰ্ম্ম এই,—কোচ কটকী চাৰি জনৰ নাম আছিল উদ্ভণ্ড চাউলীয়া, শ্যামৰায় চাউলীয়া, কালকেতু চৰ্দ্দাৰ আৰু ধুমা চৰ্দ্দাৰ, আৰু কটকীৰ লগত আমাৰ ৰজালৈ এইবোৰ বস্তু আহিছিল,—গাৰু এটা, কামৰূপ ধেনু এখন, চেং মাছ এটা, ঘোৰা দুজনী, বৰনগৰীয়া বিচিত্ৰ পাটৰ শাৰী পাঁচখন, লাল দৈয়েৰে তিনি চুকীয়া সুন্দৰ বোৰা জাকৈ এখন, সহজে মাতিব নোৱাৰা অৰ্থাৎ কেঁচুৰ ৰসেৰ লিখা সন্দেশ-পত্ৰ এখন। এইবোৰ বস্তুৰ প্ৰত্যেকটোৰে এটি নহয় এটি বৈচিত্ৰ্য আছিল ;--গাৰুটোৰ গিলিপ মানুহৰ ভুবৰ চালেৰে নিৰ্ম্মিত, ধেনুখনৰ আগগুৰি ধৰিব নোৱাৰি, চেংমাছ টোৰ উৎপত্তিৰ ঠাই কোনেও নিৰ্ণয় কৰিব নোৱাৰিলে, দুজনী ঘোৰাৰ এজনী মাক এজনী জীয়েক। শাৰীৰ বিষয়ে বৰগোঁহায়ে কলে,—“আমাৰ দেশত থাৰ্চ্ছাই মাইকীবোৰেহে শাৰী পিন্ধে, কটকী হৈ তিৰুতাৰ সাজ লৈ আনিবলৈ লাজ নালাগিলনে?” জাকৈ-খন থাউনি পানীত হে বাব পাৰি, আথাউনি পানীত নোৱাৰি। ১৪৭৮ শঁকৰ আষাঢ়ৰ ১০ তাৰিখে কটকীক সিয়া মেখেলা আৰু শাৰী, আৰু অন্যান্য বস্তু বঁটা দি আমাৰ স্বৰ্গদেৱে বিদায় দিলে। সন্দেশ পত্ৰখন মাতিব পৰা কাৰণে অসমৰ বৰ কাকত চোৰা কাইথ জনক মাণিক নাম দি বঁটা-প্ৰসাদ দিয়া হল।

এই মাণিকচন্দ্ৰৰ বংশধৰ গৰ্গৰাম বৰুৱা অসম ৰজাৰ শেষ মজিন্দাৰ বৰুৱা আছিল। বংশত উপযুক্ত মানুহ নথকাত সৰু বয়সতে গৰ্গৰামে মজিন্দাৰ বৰুৱাৰ বাব লয়। মানৰ আক্ৰমণৰ সময়ত মানহঁতে গৰ্গৰামক ধৰি লৈ যায় ; কিন্তু বুদ্ধিমন্ত গৰ্গৰামে মানৰ হাতৰ পৰা পলাই সাৰে।



মানেও তেওঁক বৰুৱা খিতাপ দিয়ে। লৰাকালতে বৰুৱাৰ বাব পোৱাৰ গতিকে গৰ্গৰাম ‘পোৱালী বৰুৱা’ বুলি জনাজাত হৈছিল।

গৰ্গৰাম বৰুৱাই বৃটিচৰ আমোলত সদৰ আমিনৰ কাম কৰিছিল। সেই সময়ৰ সদৰ আমিনৰ বাব আজি কালিৰ মুন্সিফ কামৰ নিচিনা আছিল। অসমত ইংৰাজৰ আমোলৰ আদি ছোৱাত ৰজবংশৰ মানুহ বাচি বাচি তেওঁলোকক ৰজাঘৰীয়া ডাঙৰ ডাঙৰ বিষয় দিয়া হৈছিল। ইংৰাজী শিক্ষাৰ সিমান বিস্তাৰ হোৱা নাছিল। ওখ পদ পাবলৈ হলে ইমান ইংৰাজী শিক্ষাৰ দৰ্কাৰো নাছিল। সহজ বুদ্ধি আৰু অভিজ্ঞতাই তেওঁলোকক যথেষ্ট সহায় কৰিছিল। মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকনেহে পোন প্ৰথমতে অসমলৈ পছিমীয়া শিক্ষাৰ পোহৰ আনে।

গৰ্গৰাম বৰুৱা প্ৰাচীন ধৰণৰ মানুহ আছিল। দেশৰ আচাৰ-নীতি চাল-চলনত তেওঁৰ বৰ আস্থা আছিল। তেওঁ সংস্কৃতত সুপণ্ডিত আছিল।

সদৰামিন ডাঙৰীয়াই দুগৰাকী ভাৰ্য্যা বিবাহ কৰায়। প্ৰথম গৰাকী স্বৰ্গীয়া দুৰ্লভেশ্বৰী বৰুৱানী স্বৰ্গীয় বলাইৰাম বৰুৱা মৌজাদাৰৰ জীয়াৰী আছিল। বলাইৰাম দুৱৰা বংশৰ মানুহ, আৰু তেওঁৰ আদি ঘৰ উজনী-খণ্ডত আছিল। বলাইৰামৰ পুতেক ভৰাম বৰুৱা ; ভৰাম বৰুৱাৰ পুতেক শ্ৰীযুত পোনাৰাম বৰুৱা এতিয়াও জীৱিত আছে। নলবাৰী মহকুমাৰ অধিপতি হৈ থাকোঁতে গৰ্গৰাম বৰুৱা ডাঙৰীয়াই বজালীত পূৰ্ণিমা নামে এগৰাকী কন্যাক বিবাহ কৰায়। এই কন্যা কঢ়ালৰ বংশৰ আছিল। কঢ়ালৰ আদি ঘৰ নগাঁৱত। তাৰে এটি ঠাল মানৰ দিনত ভাঙ্গি গৈ বজালীত বসতি কৰিছিল। পূৰ্ণিমাৰ বিয়াৰ সময়ত দুৰ্লভেশ্বৰী উত্তৰ গুৱাহাটীত আছিল।

গৰ্গৰাম বৰুৱাৰ ঔৰসে দুৰ্লভেশ্বৰী বৰুৱানীৰ গৰ্ভত ১৭৭২ শকৰ জেঠ মাহ, ইংৰাজী ১৮৫০ খৃষ্টাব্দৰ মে মাহত উত্তৰ গুৱাহাটী ৰজাদুৱাৰত আনন্দৰাম বৰুৱাৰ জন্ম হয়। দুৰ্লভেশ্বৰী বৰুৱানীৰ ফালৰ চাৰিটি সন্তান

পৰশুৰাম, জানকীৰাম, আনন্দৰাম আৰু মণিৰাম; সদৰামিন ডাঙৰীয়াৰ দ্বিতীয়া ভাৰ্য্যা পূৰ্ণিমাৰ ফালৰ আত্মাৰাম, অমৃতৰাম, কেশৱৰাম, এওঁৰ আৰু এটি সন্তান ছমাহ বয়সতে ঢুকায়।

আনন্দৰামে যিঠাইত জন্মগ্ৰহণ কৰি তাক উজ্জ্বল কৰি গৈছে ঐতিহাসিক হিচাবে তাৰ নিচিনা ঠাই অসমত অতি বিৰল। এই উত্তৰ গুৱাহাটীৰ একোণত এটি গিৰি-শৃঙ্গত ভাৰত-প্ৰসিদ্ধ তীৰ্থ অশ্বক্ৰান্ত মন্দিৰ, আন একোণত মহানদ ব্ৰহ্মপুত্ৰৰ সুমহান দৃশ্য সম্মুখত লৈ মণিকৰ্ণিকেশ্বৰ দেৱালয় বিৰাজমান। ঠায়ে ঠায়ে শিলৰ গাত যোগনিদ্ৰা নিমগ্ন অনন্ত ব্ৰহ্মা, আৰু ব্ৰহ্মাণ্ডৰ সংহাৰিকা শক্তিৰ অৱতাৰিণী নৃত্যকালীৰ মূৰ্ত্তি। কিছুদূৰ আঁতৰত এখনি গাঁৱত মহাপৰাক্ৰমী বৰ্থ্তিয়াৰ খিলিজিয়ে নিৰ্ম্মাণ কৰা শিলৰ সাঁকো এতিয়াও আছে। আনন্দৰামৰ জন্মঠাই উত্তৰ গুৱাহাটীৰ এমূৰত থকা ৰজাদুৱাৰ অসমৰ প্ৰাচীন কীৰ্ত্তি কাহিনীৰে ভৰপূৰ। ওচৰত কামৰূপ আৰু কমতাৰাজ্যৰ সীমা-নিৰ্দ্ধাৰিণী বৰনদী। ৰজাদুৱাৰৰ কাষৰতে সুপ্ৰসিদ্ধ ফুলুঙৰ গঁড়। এই ঠাইতে অসম আৰু মছলমানৰ কেবাবাৰো যুদ্ধ লাগে, কিন্তু এবাৰো অসমীয়াৰ বলবীৰ্য্য পৰাস্ত কৰি গঁড় পাৰ হৈ শত্ৰুসেনা নগৰ সোমাব পৰা নাছিল। এই গঁড়ৰ মূৰতে সুপ্ৰসিদ্ধ কানাইবৰশী শিল; তাৰ গাত লিখা আছে— দিল্লীৰ সম্ৰাট্ আৰংজেবৰ সেনানায়ক চৈয়দ ফিৰোজক বধি শৰাইঘাট যুদ্ধৰ নামজ্বলা অসমীয়া সেনাপতিসকলে এই গড় নিৰ্ম্মিলে। কানাই বৰশী শিলৰ অলপ নামনীত গঁড়ৰ গাত থকা এটা শিলত লিখা আছে— ১১২৭ শঁকত কামৰূপলৈ আহি তুৰুষ্ক সেনা অৰ্থাৎ যবন সকল ক্ষয় প্ৰাপ্ত হয়। এই ৰজাদুৱাৰৰ কাষতে আজি প্ৰায় দুই বছৰৰ আগেয়ে মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে বঙ্গদেশ আক্ৰমণ কৰি হিন্দুৰ পৱিত্ৰ গঙ্গা নিজ দেশৰ মাজত বোৱাবৰ মনেৰে বিস্তৰ সৈন্যসামন্ত টোপ-হিলৈ লৈ কিছুদিন বাস কৰিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁৰ সেই ঠাইতে মৃত্যু



হয়। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৈদামৰ ওপৰত নিৰ্ম্মিত ৰুদ্ৰেশ্বৰ গঁ.ৱৰ ৰুদ্ৰেশ্বৰ দেৱালয়ে এতিয়াও তাৰ চিনাকী দিছে। ৰজাদুৱাৰত ব্ৰহ্মপুত্ৰৰ দাতিৰ এটি পাহাৰৰ টিলাত বৰ্ত্তমান চৰ্কাৰী ইন্‌স্পেক্‌চন বঙ্গলা সজা হৈছে। সেই ঠাইৰ পৰা লুইতৰ আৰু অন্যান্য ঠাইৰ এটি ভাল দৃশ্য দেখা পোৱা যায়। সেই ঠাইত আগৰ দিনত ভাগৱত দশমস্কন্ধৰ শেষখণ্ড ৰচয়িতা আৰু কুমাৰ হৰণৰ কবি শ্ৰীচন্দ্ৰ ভাৰতী বা অনন্ত কন্দলীৰ নামে এটি মণ্ডপ নিৰ্ম্মিত হৈছিল। তাৰ তলত বহি জাৰকালি প্ৰজাবৃন্দই ৰ'দ লৈছিলহি, আৰু জহকালি ব্ৰহ্মপুত্ৰৰ শীতল বায়ুৰ দ্বাৰা নিজৰ শৰীৰ শাঁত কৰিছিল। এড়ুখৰি শিলত অতি সুন্দৰকৈ লিখা এফাঁকি সংস্কৃত শ্লোকে এই কথাষাৰ প্ৰমাণ কৰিছে।

উত্তৰ গুৱাহাটী পৰিদৰ্শন কৰিলে অসমীয়া মাত্ৰৰে মন অতীত গৌৰৱ-স্মৃতিৰে আপ্লুত নহৈ নোৱাৰে। আনন্দৰামৰ সৌভাগ্য তেওঁ এই ৰজাদুৱাৰত জন্মগ্ৰহণ কৰিছিল। তাতোকৈ সৌভাগ্যৰ কথা এই যে যি ৰজাদুৱাৰত ইমান অসমীয়াই বলবীৰ্য্যৰ চানেকী দেখুৱাই গৈছে সেই ৰজাদুৱাৰতে জন্মগ্ৰহণ কৰি আৰু এজন অসমীয়াই জগতত অক্ষয় কীৰ্ত্তি থাপি যাব পাৰিলে।

গৰ্গৰাম সদৰামিন ডাঙৰীয়াই যত্ন কৰি সৰুৰে পৰা তেওঁৰ সন্তান সকলক এজন সংস্কৃত অধ্যাপক ধৰি সংস্কৃত শিকাইছিল। এই পণ্ডিতজন উপৰবৰভাগ মৌজাৰ মৰোৱা গাৱঁৰ মানুহ আছিল; নাম হৰগোবিন্দ শৰ্ম্মা। এওঁ ঘৰত থাকি পূজাপাতল কৰি নীতিনিয়ম পালিছিল। আনন্দৰামে সৰুকালত তাকে দেখি মাটিৰ প্ৰতিমা সাজি ফুলতুলসী দূৰ্ব্বাৰে সেই মূৰ্ত্তিক সমনীয়া লৰাৰ লগত পূজা কৰিছিল। একেবাৰে বাল্যাৱস্থাত এই ধেমালিতহে আনন্দৰামৰ বেচি ৰাপ আছিল। হৰ-গোবিন্দৰ পাচত কালীকান্ত শৰ্ম্মা নামে এজনা অধ্যাপকে আনন্দৰামক ব্যাকৰণ শিক্ষা দিছিল।

আনন্দৰাম বৰুৱা সাত আঠ বছৰ বয়সতে মাতৃহীন হয়। একেবাৰে লৰাকালত বৰুৱাদেৱে উত্তৰ গুৱাহাটীৰ গাঁৱলীয়া পঢ়াশালীত শিক্ষা লাভ কৰিছিল। তাৰ পাচত যেতিয়া অলপ বুজন হ'ল তেওঁৰ মবমৰ ককাই-দেৱাক পৰশুৰাম বৰুৱাই ভায়েকহঁতৰ শিক্ষাৰ ভাৰ লৈ নিজৰ লগতে ৰাখিছিল। পৰশুৰামৰ ঘৰ আছিল গুৱাহাটীৰ উজান বজাৰত, আৰু তেওঁ পোনতে গুৱাহাটীৰ ডিষ্টিলৰীত, পাচত জাহাজ কোম্পানীত এজেণ্ট কাম কৰিছিল। তেওঁৰ ঘৰতে থাকি আনন্দৰামে সৰুকালত গুৱাহাটীৰ স্কুলত পঢ়িছিল। এই পৰশুৰাম বৰুৱাই ভূটান যুদ্ধত বৃটিচ গবৰ্ণমেণ্টক সহায় কৰিছিল।

১৮৬১ আৰু ১৮৬২ চনত গৰ্গৰাম বৰুৱা সদৰামিন হৈ গুৱাল-পাৰাত বাস কৰে। গুৱালপাৰা তেতিয়া সেই জিলাৰ সদৰ ঠাই আছিল; আৰু তাত থকা হাই স্কুলৰ হেড্‌মাষ্টাৰ আছিল স্বৰ্গীয় সিন্ধুৰাম দাস; গুৱালপাৰাৰ দেশহিতৈষী মুক্তিয়াৰ শ্ৰীযুত হৰিপ্ৰসাদ নাথ ডাঙৰীয়া তেতিয়া সেই গুৱালপাৰা হাইস্কুলৰ ছাত্ৰ আছিল। গুৱালপাৰাত থাকোঁতে আনন্দৰাম বৰুৱা পঢ়াশুনাত এজন বৰ মনোযোগী ছাত্ৰ আছিল; পঢ়াশুনাৰ বাজে তেওঁ আন কথালৈ মন কাণ নিদিছিল। তেওঁ বৰ নিৰ্জ্জনপ্ৰিয় আছিল। সেই কাৰণে আনকৰুৱা ছাত্ৰৰ লগত মিলি হাই-কাজিয়া কৰি ফুৰিবলৈ তেওঁ ভাল নাপাইছিল। ১৮৬৩ চনত দেউতাকে চাকৰি এৰি পেঞ্চন লোৱাত আনন্দৰাম বৰুৱাই পুনৰ আহি গুৱাহাটী পালেহি, আৰু ককায়েক পৰশুৰাম বৰুৱাৰ লগতে থাকি তেওঁৰ তত্বাবধানত হাইস্কুলত পঢ়িবলৈ ধৰিলে।

পৰশুৰাম বৰুৱা এজন বৰ উদাৰ চৰিত্ৰৰ মানুহ আছিল, আৰু সেই সময়ৰ নিষ্ঠাবান হিন্দুসমাজৰ নৈষ্ঠিকতাৰ ইমান বশ নাছিল। এওঁ সুৰাপান কৰিছিল। পৰশুৰামৰ লগৰীয়া বন্ধু আছিল অসমীয়া সাহিত্যৰ ওজা হেমচন্দ্ৰ বৰুৱা, মুন্সিপ লক্ষ্মীলাল বৰুৱা, স্বৰ্গীয় গুণালচন্দ্ৰ চৌধুৰী



আৰু স্বৰ্গীয় চন্দ্ৰমোহন গোস্বামী। আমি শেষৰ জন ডাঙৰীয়াৰ মুখৰ পৰা শুনিছোঁ এওঁলোকৰ প্ৰতাপ গুৱাহাটীত বৰ বেচি আছিল, আৰু সকলোৱে তেওঁলোকক মানি ভয় কৰি চলিছিল। এওঁলোকৰ প্ৰত্যেকৰে গাত মহত্বৰ লক্ষণ আছিল; নিজৰ কামৰ দ্বাৰাই হওঁক বা উন্নতিশীল সতি-সন্ততিৰ দ্বাৰাই হওঁক এওঁলোকৰ প্ৰত্যেক জনে দেশত নাম ৰাখি যাব পাৰিছে।

পৰশুৰামৰ সংসৰ্গত আনন্দৰামৰ এটি অভ্যাস জন্মে। পৰশুৰাম বৰুৱাই নিজে সুৰাপান কৰিছিল আৰু ভাবিছিল সুৰাপান ডাঙৰ দোষৰ ভিতৰত গণ্য নহয়। সেই দেখি কেতিয়াবা নিজে বোটলৰ পৰা ঢালি "আনন্দি, হেঁা" বুলি আনন্দৰামক মদ যাচিছিল। লৰালিত যে সুৰাপানৰ অভ্যাস হল সেই অভ্যাস আনন্দৰামৰ মৃত্যুৰ কাললৈকে আছিল বুলি মানুহৰ বিশ্বাস।

কিন্তু ই কু-অভ্যাসত আনন্দৰামৰ একাগ্ৰতাৰ লোপ নাপাইছিল। দেউতাকে সংস্কৃত পণ্ডিত ধৰি তেওঁক সৰুৰে পৰা সংস্কৃত পঢ়োৱাৰ কথা আমি কৈছোঁ। স্কুলত থাকোঁতেই তেওঁ 'অমৰকোষ'খন মুখস্থ কৰি পেলাইছিল, আৰু সংস্কৃত সাহিত্য, অলঙ্কাৰ আৰু ব্যাকৰণত ভাল ৰকমে ব্যুৎপত্তি লাভ কৰিছিল। আৰু সংস্কৃত পঢ়াত তেওঁৰ ইমান ধাউতি আছিল যে তেওঁ মুখে মুখে সদাই সংস্কৃত শ্লোককে আওৰাই থাকিছিল। কেনোৱাই কিবা কলে তেওঁ তাক পোনতে নুশুনিছিল। ককাই-দেৱাক পৰশুৰামে মাজে মাজে সৰু ভায়েকৰ হঁতুৱাই ঘৰুৱা কাম আদি কৰাইছিল। কেতিয়াবা 'আনন্দি, ধপাত লগা' বুলি কলে ধ্যান-নিবিষ্ট আনন্দৰামৰ তালৈ কাণকে নগৈছিল, দুবাৰ তিনিবাৰৰ মূৰতহে তেওঁ তালৈ কাণ দিছিল। উত্তৰ গুৱাহাটীৰ নামঘৰত মাজে মাজে যি ভাৱনা হৈছিল তাত সত্ৰবংশৰ লৰা সকলেও যোগ দিছিল; আনন্দৰামেও সৰুকালত তাৰ ভাৱনাত মাজে মাজে ভাও লব লগাত পৰিছিল।

